# জীৱনৰ দীঘ আৰু বাণি

মহেশ্বৰ নেওগ

ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ হৈ
চন্দ্ৰ প্ৰকাশ
টিহু গুৱাহাটী

# [illegible]

সৰ্বস্বত্ব ড মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ দ্বাৰা সংৰক্ষিত
ড মহেশ্বৰ নেওগৰ জীৱন-সোঁৱৰণ
জীৱনৰ দীঘ আৰু বাণি


প্ৰকাশক
ড মহেশ্বৰ নেওগ ন্যাস পৰিষদৰ হৈ
শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
টিহু গুৱাহাটী
অসম।

প্ৰথম প্ৰকাশ ১ অক্টোবৰ ১৯৮৮
মূল্য ১০০.০০ একশ টকা

মুদ্ৰক
শ্ৰীধৰণীধৰ ডেকা
বীণাপাণি প্ৰিণ্টিং হাউছ
উলুবাৰী, গুৱাহাটী ৭

বাইণ্ডিং ৰয় ব্ৰাদাৰ্চ
গুৱাহাটী ৭৮১০০১

# প্ৰকাশন ন্যাস-পৰিষদৰ একাষাৰ

একো একোজন মানুহ কেতিয়াবা একোটি জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত হয়। এই ৰূপান্তৰ ঘটে মানুহগৰাকীৰ চিন্তা কল্পনা বৌদ্ধিক অহ'ম সৃষ্টিশীল প্ৰতিভা আৰু ইবিলাক স্বাভাবিকভাৱে অভিব্যক্ত হোৱা সেউৰ কামৰ মাজেদি। সমকালীন অসমত স্বকীয় প্ৰতিভা আৰু দক্ষতাৰে নিজৰ ব্যক্তিত্বক এটি জাতীয় একাডেমিলৈ ৰূপান্তৰ ঘটোৱা মানুহজন ডক্টৰ মহেশ্বৰ নেওগ কাৰণ বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বৌদ্ধিক উত্তৰাধিকাৰিত্ব লাভ কৰা ডক্টৰ নেওগৰ ওচৰলৈকে অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ প্ৰশ্নবোৰে শেষ উত্তৰ বিচাৰি যাব লগীয়া হয়। এসময়ত বেজবৰুৱা যিদৰে অসমীয়া ভাষা সাহিত্যৰ অলিখিত ডিক্টেটৰ স্বৰূপ হৈ উঠিছিল, এতিয়া ডক্টৰ নেওগো তেনেদৰে অসমীয়া ভাষা সাহিত্যৰ অলিখিত সৰ্বাধিনায়ক স্বৰূপ হৈ উঠিল। এই আসন ডক্টৰ নেওগে বিচাৰি লোৱা নাই আৰু আনেও আনুষ্ঠানিকভাৱে দান কৰা নাই কিন্তু অসমৰ সাম্প্ৰতিক বৌদ্ধিক জীৱনৰ লগত জড়িত প্ৰত্যেকেই ডক্টৰ নেওগক মনৰ চকুৰে সেই আসনতে দেখে।

ডক্টৰ নেওগৰ বিচৰণ ক্ষেত্ৰখন বৰ বহল। পুৰণি শিলা লিপিৰ পৰা আধুনিক কবিতালৈকে শাস্ত্ৰীয় নৃত্য গীতৰপৰা লোক শিল্পলৈকে প্ৰাগৈতিহাসিক ভাস্কৰ্য স্থাপত্যৰপৰা আধুনিক চিত্ৰ শৈলীলৈকে ভাষাতত্ত্বৰপৰা নৃতত্ত্বলৈকে প্ৰাচ্যতত্ত্বৰপৰা আধুনিক নন্দনতত্ত্বলৈকে ইতিহাসৰপৰা দৰ্শন আৰু ধৰ্মলৈকে এই সকলোতে ডক্টৰ নেওগৰ বিচৰণ অনায়াস আৰু স্বাভাৱিক। কেৱল সেয়ে নহয় এই ক্ষেত্ৰ সমূহৰ গুৰুত্বপূৰ্ণ সকলোবোৰৰ বিষয়ে বিজ্ঞানসম্মত বিশ্লেষণ কৰিব পৰা বিৰল ক্ষমতাৰো তেখেত গৰাকী। কিন্তু এই পণ্ডিতগৰাকীৰ অধ্যয়নৰ বাই বিশিষ্টতা হ'ল এয়ে যে ভাষা সাহিত্য সংস্কৃতি দৰ্শন ইতিহাসৰ তেখেতৰ সকলো অধ্যয়ন অসমৰ লগত সম্পৰ্কিত, তেখেতৰ সকলো অধ্যয়নৰ লগত অসমৰ প্ৰাসংগিকতা অবিচ্ছেদ্যভাৱে জড়িত। ডক্টৰ নেওগে নিজৰ অধ্যয়নৰ মাজেদি 'অসমতত্ত্ব অধ্যয়ন'ৰ (Assamese Studies) ভেটি এটি সকলোবে অজানিতেই স্থাপন কৰি দিছে। এই অধ্যয়নে প্ৰাচ্যতত্ত্ব অধ্যয়নকো এটি বিশিষ্ট আয়তন দান কৰিছে

সন্নিৱিষ্ট হ'ব আৰু তাৰে ভিতৰৰ 'জীৱনৰ দীঘ আৰু বাণি' অৰু ভাৱৰৰ সিপাৰে ধুনীয়া দেশ গুটীয়াকও প্ৰকাশ কৰিব। বৰ্তমান গ্ৰন্থখনি এই চুক্তিৰে ফচল।

আমি আশা কৰিছো ড° নেওগে শ্ৰী সজ উদ্দেশ্য চকুৰ আগত ৰাখি প্ৰকাশন ন্যাস পৰিষদ গঠনত সন্মতি দিছে আৰু তেওঁৰ সমস্ত ৰচনাৱলীৰ স্বত্ব অৰ্পণ কৰিছে ন্যাস পৰিষদ সেই উদ্দেশ্য পূৰ কৰিবলৈ সমৰ্থ হ'ব।

ন্যাস পৰিষদে ভৱিষ্যতে ড° নেওগৰ ৰচনাৱলী নিজা ৰয়েল্টীক মুদ্ৰণৰ ব্যৱস্থা গ্ৰহণ কৰিব। এই ক্ষেত্ৰত প্ৰকাশন ন্যাস পৰিষদৰ পক্ষৰপৰা ড° নেওগ দেৱলৈ জ্ঞাপন কৰিছো সশ্ৰদ্ধ শুভেচ্ছা। আমি আশা কৰিছো তেখেতে সুন্দৰ স্বাস্থ্যৰে শতাধিক বৰ্ষ পৰমায়ু ভোগ কৰিব আৰু অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ ভঁৰাল নন লক্ষ্মীৰে ভৰাই তুলিব। ড° নেওগ হৈছে বহুতো ডেকাৰ পুৰুষৰ বাবে চিৰ সঞ্জীৱনী অনুপ্ৰেৰণাৰ উৎস।

৭ ছেপ্টেম্বৰ তাৰিখটো ড° নেওগৰ গুণগ্ৰাহীসকলে তেওঁৰ জন্মদিন স্বৰূপে ধৰি লৈ উদ্‌যাপন কৰি আহিছে। ৭ ছেপ্টেম্বৰত এই বছৰ অসম সাহিত্য সভাই তেখেতক সদস্য সন্মান স্বৰূপে বৰণ কৰাৰ দিহা আৰু ড° নেওগৰ 'জীৱনৰ দীঘ আৰু বাণি' গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ আয়োজনত আমি পৰম আনন্দ অনুভৱ কৰিছিলো। কিন্তু সেই দিনটো এৰি ১ অক্টোবৰলৈ পিছুৱাই অনা হ'ল আৰু সেইদিনাই ইয়াৰ উন্মোচন সম্পন্ন হৈ উঠক এয়ে আশা।

ন্যাস পৰিষদৰ হৈ গ্ৰন্থখনি প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে চন্দ্ৰপ্ৰকাশৰ শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মাক আৰু চন্দ্ৰপ্ৰকাশৰ লগত ন্যাস পৰিষদৰ যোগাযোগ স্থাপন কৰি দিয়াৰ বাবে অধ্যাপক শ্ৰীপ্ৰফুল্লচন্দ্ৰ ভট্টাচাৰ্যক ন্যাস পৰিষদৰ পক্ষৰপৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। ডক্টৰ নেওগৰ পুথিৰ সকলোৰ ফাইল কাগজ আদি আপডাল কৰি ৰখাৰ বাবে মোৰ পূৰণি ছাত্ৰী ডক্টৰ (কুমাৰী) সুলেখা চক্ৰৱৰ্তীৰ অশেষ শলাগ লৈছো।

নগেন শইকীয়া

সম্পাদক

ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদ

১ অক্টোবৰ

আশ্ৰয় ।। ডিব্ৰুগড়—৩

# আঁঠু পাৰি

মই মোৰ আত্মজীৱনী লেখিম বা জীৱনস্মৃতি ৰচনা কৰিম এনে কল্পনা বা পৰিকল্পনা কোনো দিনে কৰা নাছিলোঁ। জীৱনৰ আদবয়সলৈকে দুটা বিশ্ববিদ্যালয় বগাই আহি ৮৪৩ৰ মাজ স্মৃতিৰপৰা উঠি ঘাটৰ কাষৰ জৰী তলত জিৰাই/চাহি বন্ধু বান্ধৱৰ সুধিলে কওঁ I have retired from two Indian universities but am not tired এতিয়াও আগৰ চকুৰেই জীৱনটোক চাব পাৰোঁ। দুটা অৱসৰৰ পাছত এই দ ডেক ধৰি ৰওঁতে দুজন বন্ধুৱে মোৰপৰা এটা ডাঙৰ দাবী কৰি বহিল। বন্ধু দুজন হ'ল— প্ৰান্তিকৰ মুখ্য সম্পাদক ডক্টৰ ভবেন্দ্ৰনাথ শইকীয়া আৰু সম্পাদক শ্ৰীপ্ৰদীপ বৰুৱা। দাবী হ'ল— মই মোৰ জীৱন কথা লেখিব লাগে যাতে তাৰ যোগেদি সমসাময়িক সাংস্কৃতিক অসমখনৰ সংশ্লিষ্ট চিত্ৰবোৰো বিৱৰি ওলায়। মোৰ উৎসাহ আৰু সংকোচৰ মাজতে কিছু দিন যায়। আন কি সম্পাদক দুজনে অহা সংখ্যাত শিতানত মোৰ প্ৰথম নিবন্ধৰ আগজাননী লেখি ছপা কৰিবলৈ দিয়াৰ দিহা কৰিও, সেই দিহা ছপাশালৰপৰা অন্তৰাই থ'ব লগীয়া হয়। পিছে, সি দুজনৰ মৰমৰ আঙুলি নিৰ্দেশৰপৰা এৰাব নোৱাৰি কোনো আচনি নোহোৱাকৈয়ে এটি দুটি কৰি এই নিবন্ধবোৰ তেওঁলোকৰ হাতত গটাও।

কিন্তু নিজেই দেখি আচৰিত মানো যে 'প্ৰান্তিক'ৰ পাঠকসকলে অপ্ৰত্যাশিত সমাদৰ দি লেখাবোৰ গ্ৰহণ কৰে। সেই আদৰে মোৰ সংকোচ অন্তৰাই পেলায়। তাৰ ফল স্বৰূপে ২ বপায় অবাবিতভাৱে মোৰ কথাখিনি ওলাবলৈ ধৰে আৰু আগেয়ে যিমানত মেলখন সামৰিম বুলি ভাবিছিলোঁ, তাতকৈ বহলি লেখাবোৰ চলি থাকে। মোৰ এই উপন্যাসৰ পঞ্চবিংশ নিবন্ধৰ পুনশ্চত সেই দেখি এই কথা কেইআষাৰ জোৰণি দিব লগীয়া হৈছিল—

"মোৰ জীৱন পথৰ সাধুকথাবোৰ কৈ কৈ আগ বাঢ়ি গৈ আছোঁ। সেইবোৰ বলকোতে ওচৰতে 'সহৃদয় হৃদয়' কোনোবা কোনোবা সুহৃদ যেন শুনি শুনি বৈ আছে। চিনাকি-অচিনাকি অনেকজন মোৰ পাঠকক লগ পাওঁতে সিসকলে কয় পঢ়িছোঁ দেই। কাকতখন ঘৰলৈ লৈ পঢ়িছোঁ। লেখি থাকক— বহলকৈ দীঘলকৈ। পঢ়িলে

তোমাৰে কথা পতা যেন লাগি থাকে। এইযে ওচৰত সহৃদয়ক লগ পাই কথা কোৱা মেল মৰা তাত formality বা নিয়ম নিগড থাকিব নালাগে— বাচা বক্তব্য আৰু ভাষা শৈলীৰ বিষয়তো—ঘৰুৱা মেল যেতিয়া—এনেকুৱা এটা ভাবে মোৰ মনত পিপা ইছেনেকি ক'ব নোৱাৰিছো। ভাল পাইছো বিশেষকৈ সৰু লৰা ছোৱালীৰ মন্তব্যবোৰ শুনি। ইংৰাজী স্কুলৰ তল শ্ৰেণীত পঢ়া এটি ছোৱালীয়ে সিদিনা ক'লে, চৰবোৰ ভাল লাগিছে তেওঁ বুলি ছাৰ আপোনাৰ আইৰ কথা লেখা সাত নম্বৰটো চৰতকৈ ভাল হৈছে দেই। অকণমানি প্ৰাণীটিৰ বিচাৰ শক্তি দেখি ভাল লাগিল। কেইদিনমান আগতে আকৌ সাহিত্যৰ প্ৰাণ উপলব্ধি কৰা এজন ডেকা অধ্যাপকৰ চিঠি পাইহে আচৰিত মানিলো। সেয়া নগাঁৱৰ শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা। লিখিছে ঃ 'জীৱনৰ দীঘ আৰু বাণি যে মানুহক বৰ আনন্দ দিছে। ভবেন্দ্ৰ নাথ শইকীয়াৰ উপন্যাসখনৰ পাছত প্ৰাঞ্জিক ৰ আকৰ্ষণ আপোনাৰ লেখাটোহে। ইয়াকো মাত্ৰ হ উপন্যাসৰ দৰে খেদি কুৰি পঢ়া দেখি সঁচাকৈয়ে ভাল লাগিছে। আমাৰ মানুহৰ ৰুচি বোধ নোহোৱা নহয় জুতি লগাব পৰা নোৱৰাটোহে আচল কথা। ধাৰণাটোহে আচল কথা। ধাৰণাটো জীৱনৰ দীঘ আৰু বাণি য়ে মনত ডাঠকৈ বহুৱাইছে (২১ ডিচেম্বৰ ১৯৮৪)। যোগেনৰ চিঠিত মই দুটা ডাঙৰ আশ্বাস পাওঁ। প্ৰথম মোৰ জীৱনৰ ভালকৈ পক ধৰিলে মই এখন উপন্যাস লেখিম বুলি দুই এক বন্ধুক কথা দিছিলো এতিয়া লাহে লাহে সেই বস্তুটিৰ আশা ক্ষীণ হৈ আহিছে এতিয়া উপন্যাসৰ দৰে দীঘ আৰু বাণি য়েহে মোৰ সেই প্ৰতিজ্ঞা পূৰণ কৰিছে বুলি ভাবিব পাৰিম হবলা। দ্বিতীয়তে নিজৰ কথা জাহিৰ কৰি ক'ৰবাত ৰুচি বোধত জেংগা লগাইছে বুলি মাজে মাজে ভয় হয়। যোগেনে পাঠকসকলৰ ৰুচি-বোধৰ প্ৰশংসা কৰি সেই বিষয়ত যেন মোক এক নিবৃত্তি দিছে। এগৰাকী শ্ৰদ্ধেয় বন্ধু শ্ৰীমুনীন বৰকটকীদেৱে আকৌ মোৰ আখ্যান পঢ়ি কি যে এটা অপূৰ্ব আনন্দ পাইছো কি কম। দীঘ আৰু বাণিৰ তৃপ্তি অমৰণ-অভগন যেন পাইছো বুলি মোৰ প্ৰাপ্যৰ অধিক প্ৰশংসা মোৰ ওপৰত জাপি দিছে। লগতে পিছে তেওঁ সাৱধান বাণী এটিও শুনাইছে মোক ঃ কিন্তু ভাল বস্তুবোৰ সদায় আদৰটাতে অন্ত পৰে। আপুনি যিটো rateত আগুৱাই ২৩ টা নিবন্ধত আহি ১৯৪৪-৪৫ৰ ট্ৰাই বোৰ্ডৰ ক্ষবহে পাইছেহি, সেই গতিত আৰু দুকুৰি বছৰৰ কাহিনী কেতিয়ালৈ ওৰ পেলাব বুলি ভাবিছে? আমি danger zoneত সোমোৱাহি নাই

আগো। ‘দেৱালৰ লিখনৰে চকু দি ৱলে (৭ ফেব্ৰুৱাৰী ১৯৮৫)? হয়তো, সিওঁটো ভাবিবৰ কথাই। যাবাস্থি সিঁচিলে জলবো কয় নাই।

চাওঁতে চাওঁতে মোৰ সুখৰ বিষয় হৈ পাৰে যে প্ৰবন্ধবোৰ লেখি থকাৰ সময়খিনিকে সময়ৰ জাঁত বাখি মোৰ উত্তৰণ হৈ আনিব পাৰিলো। অৱশ্যে বোৱনত জীৱনৰ বৰকাপোৰখন জেলেঙা হ'ল নে খট খটীয়াক বোৱা ঘন হৈছে বুঢ়া বিহুকবয়দেৰে আৰু দেখহাসকলে দেখা পাব। প্ৰান্তিক ৰ পত্ৰালাপ শিতানত মোৰ মৰমৰ এজন পূৰণি ছাত্ৰ শ্ৰীহেমচন্দ্ৰ শৰ্মাই মোৰ কাহিনী পটি মত প্ৰকাশ কৰিছিল যে মোৰ জীৱনত কোনো সংঘাত নাই। কিন্তু এই আখ্যানত জীৱনৰ দীঘবোৰ আৰু বাণিবোৰকেই কেৱল ঘাই ঠাই দিয়া হৈছে কৰবাত যদি জোখা ওলাইছিল বা আউল লাগিছিল, তাৰ চানেকি ইয়াত বিশেষ ওলোৱা নহ'লনেকি। মোৰ গজলীয়া দিনৰ আদৰ্শ ৰবাৰ্ট ব্ৰাউনিঙৰ বাখিৰ বেন এজ্ৰাণ দৰে যায়া কিমান আওৰা ইছিলো Then welcome each rebuff / That turns earth's smoothness rough Each sting that bids nor sit nor stand but go আজিও বহা নাই, খোজ পেলায়ে আছো। কাৰণ বাখিৰ ইটো কথাও মানি লও, Grow old along with me, / The best is yet to be মোৰ এই ক্ষুদ্ৰ অভিজ্ঞতাৰ লেখা বাবে কাৰোবাক জীৱন পথত এখানমানো সহায় যদি কৰে মই নিজকে কৃতাৰ্থ মানিম। মোৰ অকৃত কৰ্ম, অগীত গান অকথিত বাণী সিসকলেই পূৰ কৰি লওক। ইয়াত মোৰ জীৱনী ৰচনা কৰাতকৈ তিনি কুৰি দহ বছৰীয়া জীৱনত যিসকলৰ সহায় সাৰথি জীৱনদায়ী সান্নিধ্য পালো, যি পৰিবেশত গঢ় লৈ উঠিলো তাৰ কথাইহে সৰহকৈ কবলৈ প্ৰয়াস পালো।

ড মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ সচিব ডক্টৰ নগেন শইকীয়াৰ বিশেষ শলাগ লৈছো পৰিষদৰ হৈ টিছৰ চন্দ্ৰপ্ৰকাশৰ যোগেদি জীৱনৰ দীঘ আৰু বাণি'ক কিতাপ কৰি প্ৰকাশ কৰাৰ দিহা কৰাৰ বাবে। চন্দ্ৰপ্ৰকাশৰ উদ্যোগী স্বত্বাধিকাৰী শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মাকো ধন্যবাদ জনাইছো প্ৰকাশনৰ দায়িত্ব লোৱাত। "প্ৰান্তিক ত ওহাজি ওহাজিকৈ ওলাই থকা অৱস্থাত পত্ৰিকাখনিৰ মুখ্য সম্পাদক আৰু সম্পাদক আৰু মই পূৰণি কুটা গোটাই এই চৌকোৰা-বাহ সজা কামত সহায় কৰা বাবে শ্ৰীমতী সুলেখাবো (ডক্টৰ সুলেখা চক্ৰবৰ্তী) শলাগৰ উপৰি শলাগ ল'ব লাগিব। এই কামত উৎসাহন-যোগনিয়াৰ অনেকজন। সমৰ্থকৈ সিসকলক নমস্কাৰ জনাইছো মাথোন।

মহেশ্বৰ নেওগ

# ওহালিবোৰ

# ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ

'মেলিলোঁ প্ৰথম চকু / মাতাৰ কোলাতে যাই / জীৱনৰ প্ৰথম পুৱাতে' বুলি যি চমকা মাটি ছুই আঁঠু ল'ব পাৰোঁ, তাৰ কথা বন্ধু বান্ধৱৰ কথাত মাজে মাজে প্ৰকাশ পায় — 'আপুনি ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণলৈ যাবানেকি ?' ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণক আপুনি বহুত দিন দেখা নাইবা নেকি ? আপোনাৰ মনত নপৰেনেকি ?' মোৰ জন্মভূমি গাঁওখনৰ নাম কোনোবাই পাহৰিব পাৰে, 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ' বিভূষাটি কিন্তু বন্ধু-বান্ধৱসকলে পাহৰিব নোৱাৰে, কাৰণ সেই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডখনক লৈ ৰচনা কৰা মোৰ ককাইদেউৰ বিখ্যাত 'মোৰ গাঁও' কবিতাটোৰ এটা ছত্ৰই সেই মাটিচমকাৰ স্মৃতি ছন্দোময় কৰি ধৰি ৰাখিছে 'কমাৰফদীয়া। এই / সৰু গাঁওখনি মোৰ / ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ।' আৰু কতযে কি তাৰ মহিমা, কাৰণ দুটি চকু মেলিয়েই / ইয়াতে পোনতে দেখোঁ / বিনন্দীয়া সৃষ্টিৰ শোভা।' আজি শূন্যত বিলীন হোৱা তাৰ সৰলতা, পাৰ ভাঙি যোৱা স্নেহ-দয়া, হৃদয়মযতা— সকলোটি লৈ 'বিশ্বৰ সৌন্দৰ্য-খনি। জন্মভূমি, তই মাথোঁ / এচমকা ব্ৰহ্মাণ্ডৰ হিয়া।' সেই বিগত-গৌৰৱ কমাৰফদীয়াৰ হকে ককাইদেউৰ 'মোৰ গাঁও' কবিতা এধাৰি চকুলো মাথোন। গাঁওখনৰ বুৰঞ্জীৰ সাক্ষী যেন, গাঁওখনিৰ মাতৃ যেন 'গহীন দিখউ নই / আজিও বইছে নীৰৱ,— / কত দিন গইছে উকলি।' এই দিখৌ নৈয়েই বছৰি পলস দি আলু-বেঙেনাৰেপৰা পুৰা-অঁকা-খাগৰি কুঁহিয়াৰলৈকে যোগাই, নানা তৰহৰ মাছ খুৱাই কমাৰফদীয়াৰ জীৱনক জীপ দিয়ে। তাৰ পানীতে সাঁতুৰি-নাদুৰি ল'ৰা ছোৱালীয়ে, ডেকা-গাভৰুৱে জীৱনৰ আনন্দ উপভোগ কৰে।

'মোৰ গাঁও'অ বৈ' কৰাইনউৰ 'বিহুতী নামৰ গ্যা তিটি। কবিতাটাত কমাৰকদীয়াৰ পাৰিপাৰ্শ্বিক ঐশ্বৰ্য কীৰ্তন কৰিছে অধিক সুন্দৰকৈ। সেই কবি । তিনিটাৰ যদিও মূল অনুপ্ৰেৰণা হ'ল ইংৰাজ মহাকবি টেনিছনৰ 'মেই কুইন', সি জেপিযাৰ দাৰ কবিৰ অন্তৰ চুহি লৈ তেওঁৰ হতুৱাই নিজৰ আদি বাস-ভূমিৰ শোভা-মণ্ডলৰ কথা কোৱাইছে। কবিয় বিহুতীৰ মুখ খনালিৰ দিখৌৰ পাৰৰ বালি শুৰি কৰা ডাও-বাৰ কথা সুৰৰিছে 'দিখৌৰ পাৰৰ সেহ, জাওবান মনে মা। / বসন্তৰ বা বিটি আহাতে গুপুতে।' কমাৰ ফদীয়াৰ সমথৰ দিখৌৰ পাৰে পালে এঠাইতো নদীৰ দাৰেদি বৈ গৈছে। লাহী কঁকালৰ নদীকা নই শাখা নৈ প্ৰকৃতিৰ 'দবিকা পাৰৰ সড পৰ মোৰ ঘন উন্নুবান ঢকা।' সেই উন্নুৰ্বা ফৰীয়া বাই ধোৰৰ বিচাৰি চ'লাগ কৰে আৰু তাৰ মাজ আহ পাৰে বৰশী খোটাতে আহাৰ মাৰি দিয়া দবিকাৰ লঠৰি পাও ৰাওনী বড়া মাছ। দিখৌ আৰু দবিকাৰ মাজত শাৰী পতা গাঁৱৰ ঘৰবোৰ এৰি বহল পথাৰ। সেই পথাৰৰ সোঁ মাজত পৰি আছে টেক্সি আলি, যাৰ নাম বাৰীয়া বা গীতত অভিলিখি হৈছে 'ন আলি বন্ধাললে, নতুন কৌবাৰে। টেক্সি-আলি বন্ধালে কোনে?' টেক্সি আলি দক্ষিণৰ দিশে শিৱসাগৰ বৰপুখুৰীৰ ফালে গৈ গৈ তাহানিৰ বৰৈ ডুবলীয়া পানীফুকনে বীৰত্ব প্ৰদৰ্শন কৰা ধাই আলিত লাগিছেগৈ। য ত এই লগা-লগি হৈছে সেইখিনিতে পুৰণি, বোধহয় ৰজাদিনীয়া এখনি গাঁও—কুকুৰা পুহীয়া। এই গাঁৱৰে স্বনামধন্য সন্তান ডক্টৰ মবিজুল ইছলাম বৰা। কমাৰ-ফদীয়াৰ আমাৰ ঘৰৰপৰা মুকলি পথাৰৰ ওপৰে কুকুৰা-পুহীয়া গাঁৱলৈ এমাইলৰ বহুতখিনি অধিক হ'ব। কিন্তু আমি পাটীত পৰি সাৰ পোৱা ধল পুৱাতে কুকুৰা-পুহীয়াৰ কুকুৰাৰ ডাক আমাৰ কাণত পৰেহি। বিহুতীয়েও সেই কথা স্মৰণ কৰিছে 'লঙ্কা ক'ত, ক'ত

বুলি, কুকুৰা পুহীয়া গাং ' এদি কুকুৰাৰ ডাক নউ আহাঁছেই চিকুণ পুবাৰ আ। উমলগা টোপনি ' জ্যোতিৰ আইতা, তুমি শুই থাকোঁতেই ।'

টেক্সি-আলি আৰু দৰিকাক সংযো কৰি আগৰ কাগৰেপৰা গৰ-বাটৰ দৰে এট আৰ্হি বাট। নান ৰ আমনি আলি কাৰণ আলিটোৰ ছুই ফালে ছিল আমাৰ আজোককাৰ বাৰীৰ শাৰী পৰ নাম গছবোৰৰ। আমাৰ বংশ কোঁৱৰপুৰ মৌজাৰ অন্তৰ্গত সেই বাৰীত থাকোঁতেই আজোককা বৰি কান্তই ৰজাঘৰীয়া ৰৱৰবাৰ বিষয় খাইছিল া সই সায়া না ভগন নাৰ দি া শহত পূৰ্বদৰসিত স্বৰ্গদে া এদীৰ দেশ চ াবলৈ লোৱা সময ৰজাই বা সো এপাৰি ছিল। "া দেই" এটি উল্লেখৰণা বৃ া যায় ৰৱ চাই ক ৰি া া া কোঁৱৰ পুৰুৰ সেই াী পাচি া কাা দীয়া াচ বাহি আছিল।

ককাইদেউৰ 'বি া য ৰণ া টিন এটুকু। ৰসা াইৰ স্মৃি বহা কৰি আছে। নয়া ত' ছোৱালী-বিহু এ। নিকুঞ্জ ৰজাবাৰী পথাৰ 'আৰ বেলি বিহুটি / ৰজাবাৰী পথাৰ ' ৰঙ-দিনালিকে আমি কনো কৰিলো, নাচনীৰ ঘাই হই / ৰজাই গগনা-পেঁপা / ঢোলৰ ছেৱত অই কতনো নাচিলো।' সেই বিহু-তলিলৈ সোমাই যোৱা বাটটিও বিচিত্ৰ—পদ্ম বৰা লোলা গাঁৱৰ এঘৰ এঘৰৰ দীঘলীয়া পদূলিৰ কাষে কাষে নাহৰ গছৰ ফুলেৰে ওপচা শাৰী, ক্ৰমবত কেতেকী ফুলৰ ফেঁটী সাপ মতলীয়া কৰা জোপোহা আৰু আন আন বাৰীয়া বনফুলৰ শোভা—যেন সেই বাটটিৰ কথাকে 'বিহুতী'ৰ কবিয়ে মনত পেলাইছে 'মাধইমালতী লতা এজুপিয়ে / ৰচিছে হাবিয়ে বাট, / তৰাহে তৰহে কেতেকী তগৰ / আমোলমোলায় তাত, ওপৰে নাহৰ এজাৰৰ ফুল / বহুতলৈ শোভা পায়।' তেনে হেন ৰম্য পথেদি গৈ পোৱা বিহু-তলিৰ ছোৱালী-

বিহু 'শিল দ'ল ভাঙি আছি / কতনো ডেকাই চালে।' কতইবা তাত কান্দত পৰিছিল। কিল-কীৰ্ত্তন পাইছিল।

বছৰৰ কত উছুৱ-মহোৎসাৱ কমাবফদীয়াক মতলীয়া কৰি যায়—খৰিৰ ওখ মেজি, কলথছবাৰ ভেলা-ঘৰৰ গাঁৱৰ ডকাৰ মাল-যুঁজৰে, দূৰণিৰ পথাৰৰ ম'হ যুঁজ গৰ-যুঁজৰ পিঠাপনাৰ জলপানাৰে মাঘৰ বিহু, বকুলফুলৰ খিয় শিলাটোত হাত দি ভিতৰ সোমোৱা ৰাজহুৱা নামঘৰৰ বৰসবাহ ভাও। আৰু পিছৰ কালৰ থিয়েটাৰ অভিনয়। সবাতোকৈ চৰা কিন্তু ব'হাগৰ বিহু—গৰুক নোওৱা, বিহু-পিঠা খুউৱা আৰু গোন্ধত মলমলাই থকা নতুন কাপোৰ পিন্ধোনাৰে, গধলি-নিশা উত্ৰাৱল বিহু গুলিৰ বিহু আৰু চোতালে চোতালে ঢোল-কাল, পেঁপা গগনাৰ হুচৰিৰে, কণি-যুঁজ, কড়ি-খেল তাচ-পাঁচিৰে, নতুন কাপোৰ আৰু ফুলাম বিহুৱানেৰে, গছে পাতে লগা খেৰেজ বৰ্হমথুৰিৰে, কুলি কেতেকী, সখীযতীৰ আৰু সহস্ৰ বিহগৰ বিহু বুলি উখল মাখলেৰে। এইদৰে, এইদৰেই 'অতি চেনেহৰ বহাগৰ বিহুটি / টিকাত চাপৰ মাৰি যায়।' ভুল ভৰি ৰাঙলী ফুল আৰু তুলা সিঁচা 'দিখৌৰে পাৰৰে নাৰাযণশিমলু'ৰেপৰা কপৌ কেতেকী, তগৰ গুলঁচলৈকে সকলো ফুল ফুল, ফুলেৰে ফুলাম।

দিখৌ নৈক পুৰণি বুৰঞ্জীত বাশিষ্ঠী গংগা বোলা হৈছে। ইয়াৰ পাৰতেই হেনো এদিন বশিষ্ঠ মুনিৰ আশ্ৰম আছিল। ইয়াতে ইন্দ্ৰ দেৱতা আৰু শ্যামা বিদ্যাধৰীৰ হৈছিল লীলা-খেলা। "যোগিনী-তন্ত্ৰ"ই আকৌ দিখৌক বলিছে 'তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী'। মোৰ কাৰ-পেতো দিখৌ তীৰ্থই—য'ত সদায় স্নান কৰি শৰীৰ পৱিত্ৰ ৰাখিবলৈ ল'ৰালিতে শিকিছিলোঁ—দিখৌ নৈৰ ধুলিত ধঁৰিয়ালৰ বাহ বুলি জানিও। ঋতুৱে ঋতুৱে তাৰ কত কি গঢ়! শৰত কালত দিখৌৰ ৰূপ দেখি গুৰুজনৰ কথাত বিশ্বাস কৰিবৰ মন যায়—'শৰত সমান নাহি সুখ-কাল।' এই সময়াত বিখ্যাত 'বামুণ পৰি মৰা দিখৌৰ গৰা'ৰ

ঠাইত আমাৰ ঘৰৰ সমুখত দিখৌৰ নতুন বালি নতুন এক সৃষ্টিৰ দৰে দিখৌৰ বুকুৰপৰা ওলাই পৰে। এই সময়তে নাৰ-বাট মাছৰ উজান উঠে। একোটা উজাৰত একো লাখ ৰূপ যেন ৰূপোৱালী মাছ বালিত আছাৰ খাই পৰেহি। নতুন নিকা বালিত নেজ জোকাৰি জোকাৰি প্ৰথম দেখা দিয়েহি চিত্ৰলেখাৰ লেখীয়াকৈ নে কোনোবা ৰাজকুঁৱৰীৰ দৰে খঞ্জনী পখী— বালিমাহী। ভাবোঁ, বালি-ডৰাৰ মাক দিখৌৰ পানী এবাৰৰীয়া হ'লেই তাৰ যতন ল'বলৈ যেন আছে এই মাহীহঁত। সেই সময়ত ল'ৰালিৰ ডাঙৰ সম্পত্তি যেন বালিৰ বুকুৰপৰা লিহিৰিপতীয়া জাং-বনবোৰ মূৰ তুলি গজি উঠে, বালিডৰাৰ এক অংশ সেউজীয়া হৈ পৰে, আমাৰ ধেমালিৰ বহল ঠাই হয়—বালি দ'ল সজা, আন কি, মাজুলীৰপৰা খেৰ কাটি বনুনাবেৰে আনি খেৰকটীয়াহঁতে থোৱা থাকবোৰৰ আঁৰত লুকা-ভাকুং খেলা। খৰালিৰ দিখৌৰ বালিতে কত নাৱৰীয়া আহি ফু পাৰি ভাত ৰান্ধি খাই যায়, নিশা বঞে। কেতিয়াবা আউনীআটীয়া কৰ-তোলা ভকত আহি ছৈ-ঘৰ সাজি বাহৰ পাতি এমাহ-দুমাহ ৰয়। ব'হাগৰ গৰু-বিহুৰ দিনা গা ধুউৱা গৰুৰ গাত 'লাও খা' 'বেঙেনা খা' কৰা লাও, বেঙেনা, হালধিৰ চকলে দিখৌৰ বালিত ফুল বাছে। কিন্তু বাৰিষা আহিলেহে দিখৌৱে উগ্ৰ তাণ্ডৱ ৰূপ লয়, কত ঠাইত গৰা খহাই গছ-গছনি ভাঙি আনে, ফেনে-ফোটোকাৰে ঘোঁদা পানী ওফন্দি উঠে। দুই পাৰে চৰকাৰে বান্ধি দিয়া মথাউৰিৰ বাবেহে কমাৰফৰ্দীয়া আৰু আন গাঁওবোৰ দিখৌৰ বানৰ-পৰা ৰক্ষা পৰে। কিন্তু এই সময়ত গাঁৱৰ পাছফালে থকা বহল পথাৰখনৰ বিৰাট অঞ্চলটো দিচাং-দৰিকাৰ পানী মিহলি হৈ বগাকৈ ঢাকি পেলায়হি। সি এক অদ্ভুত দৃশ্য থল-পানীৰ। আমাৰ ঘৰৰ ওচৰৰপৰা দেখা পোৱা সেই পানী চাবলৈ যাবলৈ কিন্তু আমাৰ সম্পূৰ্ণ বাধা আই-বোপাইৰপৰা। কিন্তু থল-পানীৰ সেই দৃশ্যই দূৰৰে-

# গতি আৰু স্মৃতি

পৃথিৱীৰ প্ৰথম পোহৰ দেখাৰেপৰা বৰ দীঘলীয়া এটা বাট টুক টুক কৈ খোজ কাঢ়ি আহিলোঁ। এই দূৰণিবটীয়া বাটছোৱাৰ প্ৰথম কোনটো বিন্দু মনত পৰে, তাক স্মৃতিপথৰপৰা তুলি আনিবৰ যত্ন কৰোঁ। সাধাৰণতে সকলো লোকৰ আটাইতকৈ পুৰণি, আদিম স্মৃতিকণা হেনো কিবা নহয় কিবা এটা গতিৰ লগত মিহলি হৈ থাকে। মোৰো তেনেই হৈছে। তেতিয়া বোধ হয় মোৰ দুই তিনি বছৰমানহে বয়স হৈছিল। আইৰ কোলাৰপৰা তেতিয়াও ননমাৰ প্ৰবৃত্তি। আমাৰ ঘৰৰ কমাৰ ফদীয়াৰপৰা শিৱসাগৰ নগৰেদি শিমলুগুৰি ষ্টেশ্যনলৈ তেতিয়াৰ একমাত্ৰ সুলভ বাহন গৰু গাড়ীত উঠি গৈ, তাৰপৰা ৰেলগাড়ীত আমগুৰি ষ্টেশ্যনলৈ গৈ, তাৰ ভূঞাথাত বোলা ঠাইত থকা খুড়ীদেউৰ আইৰ ঘৰত দুদিনমান থাকি মোৰ আই আৰু কোন কোন জানো ঘৰলৈ ঘূৰিছিল। যো যাত্ৰাৰ সাঙ্গোপাঙ্গৰ ভিতৰৰ এক অঙ্গ। সেইযে ৰেল-গাড়ীৰ বেঞ্চিত বহি থাকোঁতে বাহিৰৰ গছ বন-বোৰ বেগাই পিছলৈ লৰি লৰি গুচি গৈছিল, দেখি বৰ অদ্ভুত লাগিছিল, তাৰ চলন্ত সাঁচ মোৰ সৰু মনত বৰকৈ বহি গৈছিল, মাজে মাজে সপোনতো তাকে দেখিছিলোঁ বহুত দিনলৈ।

ইয়াৰ কিছু দিনৰ পাছতে হ'ব, আৰু এক গতিৰ সাঁচ মনত গোট খালে। সেয়া কিন্তু ভয় লগা এক গতিৰ, জীৱন্ত ব্যাঘ্ৰ-জম্পনৰ। আঘোণমহীয়া ক'ৰবাৰপৰা এক বৰ ঢেঁকীয়াপতীয়া বাঘ আহি আমাৰ ঘৰৰ সন্মুখৰ দিখৌ নৈৰ পাৰৰ ডাঠ কুঁহিয়াৰণিডৰাত বাহৰ পাতিলে। লগে লগে তাৰ অদ্ভুত গোন্ধ বিয়পি পৰিল আৰু কুঁহি-য়াৰণিৰ কাষৰৰ শিমলু কেইজোপাত পৰি মাজে মাজে কোৰ্হাল

কথা কাউৰীৰ ৰমলিয়নিয়েও বনৰজাৰ কেম্প পতাৰ কথা ক'লে। এইদৰে কেইবাদিনো গ'ল। কথা ওলাল য আমাৰ ককাদেউতা এজনে মন্ত্ৰ মাৰি ক'লৈকো যাব নোৱৰা কৰি বাঘটো হেনো বান্ধি ৰাখিছে। আমি চুবুৰীৰ সৰু সৰু ল'ৰাবোৰে ভয়-ভ্ৰান্তি নকৰি দিখৌত গা ধুইছিলোঁগৈ। মাথোন লগ পালে বাঘৰ টিকাত লগাবলৈ চিটিপনি এচাৰি একোডাল হাতত লৈ গৈছিলোঁ! এনেতে চতুৰ্থ কি পঞ্চম দিনৰ দিনা তিনিজন বন্দুকধাৰী চিকাৰী আহিল, আৰু লগে লগে তেওঁলোকৰ অব্যৰ্থ গুলী সন্ধানত মৰা বাঘ চাবলৈ অহা মানুহ আলিবাটত এক ফাৰ্লং মান জুৰি নিঃশব্দে থিয় দিলে। অবিশ্বাস্য কথা নহয়নে? কিন্তু সঁচা কথা। মন্ত্ৰ মৰা ককাদেউতাই মন্ত্ৰৰ বান্ধ মেলি দিলে, কাৰণ মন্ত্ৰৰ বান্ধত বোলে বাঘক মাৰিব নাপায়, মাৰিব নোৱাৰি। চিকাৰী তিনিজন বাঘ শুই থকা ঠাইৰ ওখ শিমলুৰ ওপৰলৈ হাতত সাৰে শৰিত সাৰে উঠি গ'ল কপ্‌ কপ্‌কৈ, আৰু শিমলুৰ ফেৰেঙণিত বহি ল'লে। এইদৰে সাজু হোৱাৰ পিছত প্ৰথম শ্ৰেণীৰ চিকাৰী পহৰ খাহ বোলাজনে বাঘলৈ নিচান কৰি গুলী এৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ বাঘত গুলী নালাগি তাৰ চিটিকনিহে মাথোন পৰিল। লগে লগে বনৰজাই হাওৰিয়াই পহৰ খাহ উঠা গছজোপাত বগাবলৈ লাগিল। চিকাৰীয়ে কিন্তু পুনৰ গুলীয়াবৰ যত্ন নকৰি বাঘৰ ওপৰেই মাটিলৈ জাপ মাৰি দিলে আৰু ভাগ্যে হাত ভৰি নভগাকৈ কুঁহিয়াৰণিৰপৰা ওলাই আলিবাটৰ ৰং চাবলৈ অহা মানুহৰ ভিৰৰ মাজেদি পলাই ঢাপলি মেলিলে। বাঘেও আন কাকো একো নকৰি পহৰ খাহৰ পিছে পিছে ঢপলিয়ালে। এক ফাৰ্লং মান বাঘৰ আগে আগে উধাতু খাই লৰি নিৰুপায় হৈ পহৰ খাহ বাটৰ কাষৰ ঢেঁকীয়ানিৰ জোপোহাৰ মাজলৈ জঁপিয়াই পৰি লুকাবৰ যত্ন কৰিলে। কিন্তু লগে লগেই বাঘটোও তেওঁৰ ওপৰতেই জঁপিয়াই পৰিল। বাকী দুজন চিকাৰীৰ এজনে কিন্তু

বন্দুকটো লৈ বাঘৰ পিছে পিছেই খেদি আহিছিল আৰু পহৰ খাহৰ গাত বাঘ পৰাৰ প্ৰায় লগে লগেই নিতান্ত ওচৰৰপৰা বাঘৰ গালৈ গুলী কৰিছিল। সেই গুলীতে বাঘ ঢাল খাই পৰিল যদিও, তাৰ আগতেই সি পহৰ খাহৰ শৰীৰ ঢকিয়াই আঁচুৰি তেজে তুমবলি কৰিছিল। আমাৰ ঘৰত এখন ধুনীয়া পুৰণি দোলা আছিল। তাতে অৰ্ধ মৃত পহৰ খাহক তুলি নগৰৰ আস্পতাললৈ লৈ যোৱা হ'ল। কিন্তু তেওঁৰ তেজেৰে দোলা উপচি পৰিল আৰু আস্পতাল নৌ পাওঁতেই তেওঁৰ মৃত্যু ঘটিল। হেণ্ড্ৰল-হাইতালেৰে বনকোৱা আমাৰ দোলাখনহে পুনৰ আমাৰ ঘৰলৈ ঘূৰি নাহিল। দোলাত উঠা যুগটো বোধ হয় ইয়াৰ বহুত আগতেই মৰি শেহ হৈছিল।

এনে বিশ্বাস-কৰিবা নকৰিব (believe it or not) জাতৰ কাহিনী আনৰ অভিজ্ঞতাত ঘটে নে নঘটে, হয় নে নহয়, নাজানো। কিন্তু মোৰ তিনি-চাৰি বছৰ বয়সীয়া জীৱনৰ স্মৃতি-ৰূপে এই ঘটনা ৰৈ গ'ল। সেই ঘটনাৰ পাঁচ বছৰমান পিছত একেবাৰেই শিৱসাগৰ নগৰৰ পথতে আকৌ এবাৰ বনৰজাৰ দৰ্শন হৈছিল। তেতিয়া শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ৰ বোধ হয় চতুৰ্থমান শ্ৰেণীত পঢ়ো। স্কুললৈ সদায় ঘৰৰপৰা ডেৰ মাইলৰ বাট খোজ কাঢ়িয়ে যাওঁ— কমাৰ ফদীয়া এৰি মৰনৈ-কাষৰ গাঁও অতিক্ৰম কৰি দৰবাৰ ফিল্ড বা পল্টন-খোলাৰ কাষেদি ধাই আলি এৰাই দিখৌৰ মথাউৰিয়ে শিৱসাগৰ পুলিছ থানাৰপৰা পোন বাটতে আমাৰ স্কুল। বিশেষ এদিনৰ দিনা ধাই আলি ছোৱাবেপৰা মন কৰিলো—বাটত মানুহ অতি পাতল, নাই বুলিলেই হয়। আমি তিনিটা নে চাৰিটা ল'ৰাক বাটেদি গৈ থকা দেখি দুই-এজন লোকে সাৱধান কৰি দিলে, নগৰৰ মাজত বাঘ ওলাইছে, আমি আগ নবঢ়াই যজল। আমি কিন্তু এঁকবাৰ দৰে নিজৰ গতি বোধ নকৰিলোঁ। খন্তেক পিছতে পিছে থানা-স্কুল পথৰ সমান্তৰাল বাটটোৱে খৰং বনৰজাকে লৰি যোৱা

দেখা পালো। তেতিয়াহে আমাৰ বুকু কঁপিল। ভাগ্যে আমাৰ জীৱন্ত মৃত্যুস্বৰূপ বনৰজা আমাৰ বাটৰ কাষে নাহিল, আৰু, আমি তেওঁক দেখাৰ এক মিনিটৰ ভিতৰতে চিকাৰীৰ বন্দুকৰ গুলীৰ শব্দ শুনিলো আৰু দূৰৰপৰা মানুহৰ কোলাহল শুনিলো, 'মৰিল মৰিল, বাঘটো মাৰিলে।' কেইঘণ্টামান পিছত বাঘটো গৰুগাড়ী এখনত তুলি নগৰত প্ৰদৰ্শন কৰা হ'ল। তেতিয়া সি মৰা বাঘ।

আৰু এটা ভয় লগা মনত লগা কাহিনী। কেঁচুৱাৰেপৰা দিখৌৰ পানীত গা ধোৱাটি মোৰ দিনচৰ্যাৰ ভাগ। কিন্তু স্নান কৰাতকৈ দিখৌৰ বুকুত সাঁতুৰি নাচুৰি খেদা-খেদাই থকাটোহে লৰাধেমালিৰ মৰমৰ লগৰীয়া হৈ পৰিছিল। সেই লৰালীয়াৰ লগত খেলিবলৈ যোৱাত আই-দেউতাইৰ বৰ বাধা পৰিছিল। কেতিয়াবা বন্ধুবৰ্গৰ পানীত উটা বুৰা কৰাৰ পাছত পাৰৰ বালিত সূৰ্য-স্নান কৰি পৰি থকাৰে পৰা হাতত চেকনি লৈ অভিভাৱকে খেদি আনি ধৰ সুমুৱাইছিলহি। দিখৌৰ পানীত বনৰজা নাই, সঁচা কথা, কিন্তু জলকোঁৱৰ জল-কুঁৱৰীসকলতো আছে, আৰু আছিল বৰ বৰ একোটা ঘঁৰিয়াল। খৰালি সিহঁতে আমাৰ পাৰৰ বালিত বা সিপাৰৰ ওখ গৰাত পৰি ৰ'দ লৈ থাকে, মানুহ যোৱাৰ গম পালে পানীলৈ নামি যায়। দিখৌৰ বুকুত মাছ ধৰি সিহঁতে ওপৰলৈ আছাৰ মাৰি গালোপ্‌কৈ মুখত সুমুওৱাও দেখিছোঁ। এদিন আমাৰ ঘাটত আমি কেইটামানে পানীত পৰি সাঁতুৰি থাকোঁতে আমাৰ মাজৰ এটাই ক'লে, "চা অ' চা, সৌ গৰাত সৌটো কিমান ডাঙৰ মিছা মাছ।" হয়তো, মিছা মাছৰ দৰে শৰীৰৰ ভাঁজ এটা কৰি প্ৰকাণ্ড এক ঘঁৰিয়ালে গৰাত ৰ'দ লৈছে। আমি দেখা পায়ে ভয়ত ইপাৰৰ বালিত উঠিলো। আমাৰ চিঁঞৰ-বাখৰ শুনি ঘঁৰিয়ালটোও নৈৰ ঘুলুঙীয়ালৈ টুলুপ্‌কৈ সৰি পৰিল। আন এদিনাখন আমি জাক ল'ৰাবাহে নৈত পৰি সাঁতুৰি আছো। এনেতে এক লগৰীয়াই ক'লে, "যদি এতিয়া

ঘঁৰিয়াল ওলাই আমাক টানেহি।” ঘঁৰিয়ালৰ নাম শুনিয়ে আমি আটাইখন পাৰলৈ উঠিলোঁ। কিন্তু কি আচৰিত। আমি পাৰ পোৱাৰ লগে লগেই আমি সাঁতুৰি থকা ঠাইতে এটা বৰ ঘঁৰিয়ালে পানীৰ ওপৰত দেখা দিলে। এটা ল’ৰাই ক’লে, ‘কোনজন ঈশ্বৰেনো আজি আমাক ৰক্ষা কৰিলে এইদৰে। নহ’লে আজি আমাৰ এটা ঘঁৰিয়ালৰ পেটত সোমালে হেঁতেন।’ সেইদিনালৈ সিমানতে আমাৰ জল ক্ৰীড়া সমাপ্ত হ’ল। কিন্তু ঘঁৰিয়ালৰ ভয়ত আমাৰ সেই অময়া আনন্দ চিৰকাললৈ বন্ধ নহ’ল। চলিয়ে থাকিল। আজি কালি কিন্তু দিখৌৰ বুকুত নালাগে বৰনৈ ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা ঘঁৰিয়াল নোহোৱা হৈছে।

আমাকযে সেইদিনা ৰক্ষা কৰিলে কোনোবাজন ঈশ্বৰে, তেওঁৰ কথাও পাহৰি গ’লোঁ। ইতিমধ্যে কিন্তু আইতাৰ লগতহে ঈশ্বৰজন সম্পাৰ্কে মোৰ এক সজ্ঞাত ঘটিছিল। আইতাই নিতৌ সন্ধিয়া পৰত আমাৰ ঘৰুৱা গোসাঁই ঘৰৰ থাপনাৰ আগত বান্তি জলাই সেৱা কৰেগৈ, মোকো লগতে নি সেৱা কৰায়গৈ। থাপনাখন মোৰ সাদৰী বাইদেউৱে দিয়া বৰ বৰ ফুল বছা আৰু নামঘোষাৰ কুটেৰে ধুনীয়া কাপোৰ দি সজাই ৰখা হৈছিল। তেনে ফুলাম কাপোৰ পিন্ধি থকা থাপনাখনকে মই ঈশ্বৰ বুলি ভাবিছিলোঁ কাৰণ তাৰ বাহিৰে আন কোনো বা একো আমাৰ গোসাঁই-ঘৰত নাথাকেই। আইতায়ো কয়, সেই গোসাঁইকেই আমি সদায় সেৱা কৰিলে তেওঁ আমাক আগলৈকে মৰম কৰি থাকিব। কিন্তু মোৰ সৰু মনৰ খুকুৰি কোনো-দিনে নাভাগে যে সদায় সেৱা কৰি থকাতো গোসাঁয়ে গালত হাত ফুৰাই মৰম কৰা দূৰৰ কথা, এদিনলৈকো নিজৰ মুখখনকে নেদে-খুৱায়, মাত এষাৰকে নিদিয়ে। আইতাৰ ওচৰত গোচৰ বা মোকৰ্দ্দমা দাখিল কৰোঁ, কাৰণ তেতিয়ালৈকে আইতাতকৈ ডাঙৰ কোনো হাকিম দেখা নাছিলোঁ। আইতাই বুজালে, ‘গোসাঁইৰ যেতিয়া ৰবকৈ মৰম লাগিব, তেতিয়া তোক দেখা দিবই দিব। তই

সদায় তেওঁৰ আগত সেৱা কৰি থাকিব লাগিব মাথোন।' মোৰ সেইকালে ল'ৰামতীয়া সাধ্য সাধনা চলি থাকিল। কিন্তু লাহে লাহে ধৈৰ্যৰ বান্ধ ছিগি আহিল। এদিন সন্ধিয়া থাপনাৰ গোসাঁইক মুকলিভাৱে প্ৰত্যাহ্বান জনালোঁ, 'অ গোসাঁই, গোসাঁই, তই মোক নামাত। চাবি কাহানিবা তোৰ কাপোৰত ধৰি তোক চোঁচোৰাই আনিম চোঁচোৰাই আনিম, তেতিয়া গম পাবি, তেতিয়া তেওঁ মাতিবিহে।' আইতাই এই কথা বৰ ভাল নুবলিলে, আৰু বহুত ভাল কথাৰে ভেটগুটি যেন মোৰ এই পোৰাস্থঠানী বা মূৰ্তি ভঙা মনোভাৱ একৰাবৰ যত্ন কৰিলে। এতিয়ালৈকে কিন্তু গোসাঁয়েও মোৰ লগত কোনো আপোচ কৰি লোৱা নাই, আৰু থাপনাৰ গোসাঁয়ো এতিয়াও খনিকৰৰ কাঠৰ কাম হৈয়ে আছে। ঈশ্বৰক জনোৱা মোৰ 'চেলেঞ্জ'টো হ লে মোৰ ককাইদেউ ডিম্বেশ্বৰ নেওগৰ থাপনা নামৰ পুথিৰ 'থাপনা' নামৰ কবিতাটিত ৰূপ লৈ আছে 'আইতা ঐ, সেই ৰজা যদি ইমান দয়ালু, / চামচোন বাৰু মই / কিয় তেওঁ থাকে এইদৰে কাকো নমতা নোবোলাকই। / বুজি পালোঁ মই, ঠেহ পাতি তেওঁ / মুখেৰে নামাতে কাকো, / বাৰু, আজি থক, একোকে নকওঁ, / হয়ো মনে মনে থাকোঁ। / কাইলই আমি দুইটি যেতিয়া / গোসাঁই ঘৰলে যাম, / কাপোৰত ধৰি বল নি আনিম, / মাতে নে নামাতে চাম।' গোসাঁইৰ কিন্তু মাত ক'ত আৰু শুনো!

# দিখৌপৰীয়া জীৱনৰ জীপ

দিখৌ নৈ দ খালিৰ কেনে লগৰীয়া আছিল, কৈছোৱেই। নৈখনিৰ খৰালিৰ শোভাই মোৰ ল'ৰা মনত বিশেষ বেখাপাত কৰিছিল। সেই বতৰতহে তাৰে সৈতে সেই লগৰীয়া ভাৱ ভাঠকৈ মনলৈ আহিছিল। বাৰিষা যেতিয়া ধুনীয়া বালিটো ঢাকি ঘোলা হৈ পানী ওপৰ গৰালৈকে ওফান্দ পৰে, সেই পানীত কেঁচেমা কেঁচেম গোন্ধ এটা ওলায়, তেতিয়া দিখৌলৈ আৰু মৰম নালাগে। কিন্তু কলৰ ভূৰ সাজি নৈৰ সোঁতৰ আঁতৰত পানী ভৰি পৰা দ ঠাই-বোৰত খেমাল কৰা এতিয়াও মনত পৰে। ঘাই সুঁতিয়েদি পাৰ ভাগি পৰা গছ, ক'ৰবাত শুকাই থকা জগা কাঠ, কেন কোটোকাৰ আৰু কি মৰা গৰু আদি দিখৌৱে কঢ়িয়াই লৈ আহে। কেতিয়াবা উটি অহা কাঠৰ ওপৰত ঘঁৰিয়াল, আন কি কাছও বহি আহে। দিখৌৰ বানৰ পানী হৰ হৰকৈ বাম ভাগৰ খাল আৰু কুটত (আলিবাটত তুলিবলৈ গডকাপ্তানিৰ মুনিয়াই মাটি কটা খাল) সোমালে চাবলৈ আমি সৰু সৰু ল'ৰাবোৰৰ বৰ কৌতূহল ওপজে। বান শুকাই গ'লে সেইবোৰ খাল আৰু কুটত পানীৰ লগতে দিখৌৰ ডাঙৰ-সৰু মাছ ৰৈ যায় আৰু পিছত জাকৈ-জুলুকি বা বৰশীত ধৰা পৰে। আমি সকতে কিন্তু এইদৰে মাছ ধৰাৰ আনন্দৰ ভাগ নাপাওঁ। আহিনমহীয়া দিখৌৰ পানী বালি পৰ্যন্ত শুকালে যে নাৰ-বাট মাছৰ উজান উঠে, তাত আমি পাৰত জঁপিয়াই পৰা মাছহে দুই এটা খপিয়াই ধৰিবলৈ পাওঁ। উজানৰ মাছ উজাৰ খাই জপিওৱাৰ আগতে হেজাৰৰ লেখত একে ঠাইতে কমাই কমাই গোট খায়। আমাৰ চকুৰ আগতে ডাঙৰ মানুহে জুলুকি লৈ হেগ

বুজি সিমানবোৰ মাছ জুলকিৰ একেটা চাবতে ধৰা দেখি বৰ ভাল লাগে। দিখৌৰ বালিত খৰালি হ'লে লতা বগাই সহজ হৈ পৰা কিবা এবিধ বন হয়। সকতে আমি তেনে বন উঘালি জোপোহা কৰি দিখৌৰ পানীত খুঁটি মাৰি ৰাখোঁ। আৰু পুৱা হ'লে সেই জোপাটোহঁত তুলি আনি তাৰপৰা সৰু সৰুবিধ মিছা মাছ উলিয়াই ধৰোঁ। দিখৌ গৰাৰ পলস পৰা ঠাইত বেঙেনা, আলু, বিলাহী, মাটি-মাহ, মগু মাহ বঙালাও প্ৰচুৰ পৰিমাণে হৈছিল। মোতবৈ বয়সে সহুত ডাঙৰ গুলচী নামৰ গাঁৱৰ বন কৰা ছোৱালীজনীয়ে এইবোৰ খেতিৰ বস্তু চপাই ঘৰলৈ নিওতে নৈৰ সিপাৰৰপৰা কোনো বাই তাইক জোকাৰাত তাই ঘৰলৈ ঢাপলি মেলিছিল আৰু মই বুজিব নোৱাৰি অবাক হৈছিলো। মাটি মাহ, মগু মাহৰ ছেই ধৰিলেই আমি মাহনিত বহি দাঁতেৰে বুটি কুটি কোমল মাহ চিবি খাই বৰ ভাল পাইছিলো। মাহনিৰ ঢাপৰ বৰকৈ ডাল ভাঁৰ লগা সুৱদি বগৰী কেইজোপাৰ সোৱাদ আজিও পাহৰিব পৰা নাই। কেতিয়াবা কেঁচকলি বগৰী খাই নিশা হ'লে কুহুৰ কুহুৰ কাহি লেলেটিওৱা কাহত টোপনি যাব নোৱৰা অৱস্থাও হৈছিল। তেতিয়া তিতা বা বগা বাহক পাতত দি জুইত দি তাৰ জোল উলিয়াই মৌজোলেৰে আয়ে খুৱাব লগীয়াও হৈছিল। কেতিয়াবা কাহ ভাল নহ'লে আমাৰ ঘৰৰপৰা ডেৰ মাইলমান নিলগৰ বঙা গোসাঁইক মতাই আনি দেউতাই কবিৰাজী দৰব খুৱাইছিল। চুপহা বা চিপহা নামে উজনিত এটি থলুৱা সত্ৰ আছে। তাৰে তিনি ভাগ—বগা চেহেৰাৰ মহন্তেৰে বগা চুপহা, শ্যাম-বৰণীয়া মহন্তৰ ক'লা চুপহা আৰু মোক চিকিৎসা কৰা তেজ-গোৰা বৰণৰ গোসাঁইজনৰ দৰে গোসাঁইসকলৰ বঙা চুপহা। মনত আছে এদিন মোক মৰম কৰি কোলাত তুলি মুখত আকটা ঔষধ বাকি দিওঁতে মই থুত কুৰিয়াই বঙা গোসাঁইৰ বঙা মুখখনি বিবৰ্ণ কৰি পেলাইছিলো। সৰু কালত

মাছ, বগৰীৰ বাহিৰেও গাঁৱৰ মাজ ভাগতে থকা আহোম চুকৰ চেঁচোৰণি পথাৰত পম খেদি খেদি চেঁচোৰ খানি তাৰ গাখীৰ যেন সোৱাদ লোৱাৰ প্ৰবৃত্তি বাঢ়ৈয়ে হৈছিল। বজাৰৰ সেই কালৰ চেনিগুটি ( লুজন ), পিপাৰমেণ্টতকৈও এইবোৰ বস্তু'হ মিঠা লাগিছিল বেছি। বজাৰৰ ৰবৰৰ বা চামৰাৰ বলতকৈও সুলভ ৰবাৰ টেঙাৰ বলেহে আবেলি বেলাৰ বিনোদ যোগাইছিল। কাপোৰৰ ঢোপ আমাৰ দিনৰ পূৰ্বেই অচল হৈ পৰিছিল। বগৰী আৰু চেঁচোৰৰ লগৰ আৰু এটি বনৰীয়া বস্তু মাজে মাজে মোৰ সমনীয়া যিসকলে মুকলিয়ৰীয়াকৈ দৰিকাৰ পাৰত গৰু বিগাৰিবলৈ বা চৰাবলৈ বা বৰশী টোপাবলৈ পাইছিল, সিসকলৰপৰা পাইছিলো। সেয়া হ'ল ক'লা পিঠাগুৰিৰ দৰে গুৰি থকা খেতোৰ। ইয়াৰ বাহিৰেও কেঁহোৰৰ নামহে শুনিছিলো, লগ পোৱা নাছিলো। মুঠতে, এইবিলাকেই আছিল ল'ৰালিৰ দিখৌপৰীয়া জীৱনৰ বিলাস বিভ্ৰম। আজি কিন্তু মই কমাৰ ফৰীয়াত থকাহেঁতেনো পূৰ্বৰ আনন্দময় দিখৌপৰীয়া জীৱন নাপালোঁহেঁতেন, কাৰণ আগতে য'ত দিখৌখন আমাৰ ঘৰৰ পোনে ভুমুকি মাৰি আঁতৰি গৈ পমাইলমান বাট ঘূৰি আমি আমাৰ ঘৰৰ আগত বালি পেলাই তাৰ কাষে কাষে পোন পথ লৈছিল, এতিয়া সেই সমস্ত অংশকে দিখৌৱে এৰিলে, আমাৰ সমুখত লিহিৰীপতীয়া জাওবনেৰে বালিৰ শোভা এতিয়া নাই, এতিয়া আমাৰ ল'ৰালিৰ মন জুৰাই আউনী অটীয়া কৰ-তোলা নামপগোৱা পাঁচনি ভকতৰ নাও আমাৰ ঘাটত লাগি আমালৈ কুঠাৰে কাটি ফালিব লগীয়া হোৱা পকা মিঠৈ নানে, ক'ৰবাৰ মিৰি গাঁৱৰ ওচৰৰ চাপৰিত শৰণ খেৰ কাটি অনা নাৱৰীয়াৰ ৰবনাৱো আমাৰ ঘাটত নাচাপেহি, আৰু ভাটিয়লীয়া মাঝিৰ আমাৰ গাঁওবোৰ চুঁচি-পাছি ধান, চাউল, মাহ, সৰিয়হ ভৰাই অনা আৰু দীঘল গুণ ( কঁই ) লগাই টানি অনা টিং ওখ বৰ বৰ নাওবোৰো দিখৌৰ পানীয়েদি গম্ভীৰভাৱে চলি নাযায়। তাতোকৈ

আৰু কি হেৰুৱালো জানেনে?—গোটেই আবেলি বেলাতো চিঁউ চিঁউ কৰি আকাশত বনোৱা আৰু বালিত পৰি পাখি কটলা চিলনীবোৰ- বিশেষকৈ ইটাগুৰীয়া গুৰনী গঙাচিলনী কেইজনী (হায় চিল, সোনালী ডানার চিল, তুমি আর কেঁদোনাকো ধানশিরি নদীটির তীরে!)। সেইবোৰ সম্পদ মোলৈ আৰু কোনেও ঘূৰাই নানে।

আগতে কৈছো আজোককাৰ দিনলৈকে, অন্তত, "অকনোদই"ৰ উল্লেখমতে ১৮৫৩ চনলৈকে আমাৰ ঘৰ আছিল টেঙ্গি আলিৰ পূৱৰ আমনি আলিৰ কাষৰৰ ঠাইত কোঁৱৰপুৰ মৌজাৰ ভিতৰত। তাৰপৰা আমাৰ বংশ (ৰতিকান্ত নেওগৰ বংশ) কি কাৰণে কেতিয়া নগৰ মহল মৌজাৰ কমাৰ ফদীয়ালৈ উঠি আহিছিল, তাৰ ইতিবৃত্ত নাপালো। অনুমান হয়, সেই প্ৰব্ৰজন (যদি প্ৰব্ৰজন তাক বুলিব পাৰি) আমাৰ ককাৰ (যজ্ঞোৰাম নেওগ) দিনতে ঘটিছিল। কোঁৱৰপুৰ আৰু কমাৰ ফদীয়াৰ এটা পাৰ্থক্য আমি বুজিছিলো—প্ৰথমখন আপেক্ষিকভাৱে দ পথাৰেৰে দ ঠাই আৰু সম্ভৱত দিচাং দৰিকাৰ মিলিত ধল-পানীয়ে তাক কোবাইছিল, যদিও কৃষকসকলৰ ডাঙৰ সম্পদ ম'হৰ নিচিনা দ পথাৰত চৰা জন্তুৰ বাবে সেই তেনে ঠাইহে অধিক উপযোগী আছিল। কমাৰ ফদীয়াৰ নতুন বাৰীখন বোলে আগতে কোনোবা লৰি গোহাঁইৰ টোল আছিল। বৰ্ত্তমান শতিকাৰ দ্বিতীয় দশকৰ শেহৰ ফালে জন্ম লৈও আমি সেই বাৰীৰ চাৰিও কাষে থকা হাতী যেন ওখ গগন-ধনীয়া মাটিৰ চাপৰ অৱশিষ্ট দেখা পাইছিলো আৰু সিয়ে দেখুৱাইছিল, লৰি গোহাঁইৰ দিনত বাৰীখন বিশেষভাৱে সংৰক্ষিত আছিল। আৰু এটা কথাই সেই অনুমানক দৃঢ় কৰে—বাৰীৰ পিছ ফালৰ চাপ খালোতে মই দুটা নক ছিলৈ আৱিষ্কাৰ কৰিছিলো। তাৰে এটা দ ঠাইৰে সংলগ্ন হৈ থকা বাবে মামৰে খাই পচি গৈছিল আৰু আনটো মোৰ ভাইৰ (মোক্ষেশ্বৰ নেওগ) তত্ত্বাৱধানত এতিয়াও ঘৰৰ আগফালে

লৰি আছে। বানপানীৰপৰা নিৰাপদ হ'বৰ কাৰণেই কৌৱপুৰৰপৰা ককাইহঁত এই খিতাপ লগা লৰি গোহাঁইৰ বাৰীলৈ অহা যেন লাগে। আমাৰ ঘৰৰ সমুখেই 'গহীন দিখৌ নৈ' বৈ আছে, দিখৌৰ বোৰৰ পৰা গাঁওখনক ৰক্ষা কৰি আছে এক ওখ মঠাউৰিয়ে। এই মঠাউ-ৰিয়েদি আগতে গাড়ী-ঘোড়া চলাবলৈ দিয়া নহৈছিল আলিটো থহে বুলি, আজি-কালি কিন্তু গাড়ী মটৰ সকলো চলে তাৰ ওপৰে, বিশেষকৈ আমাৰ ঘৰৰ পাছ ফালৰ আমাৰ পটাৰ মাটিতে থকা ওখ মৈদামটো ভাঙি অইল এণ্ড নেচাৰেল গেছ কমিছনে খনিজ তেলৰ 'খাদ' বহুৱাই তাত বিজুলী চাকি জ্বলাই পোহৰময় কৰাৰ পিছত পথুৰ গাড়ীৰ সঘন আৰাযাত ঘটিছে। আৰু সেইযে নোহোৱা হোৱা মৈদামকেইটা! সকতে অসুখ-বিসুখ হ'লে "মৌ মহাভাৰত" পটি টোপনি যোৱাৰ পিছত সপোনত দেখা পাইছিলো সেই মৈদাম বগায়ে পঞ্চপাণ্ডৱ স্বৰ্গাৰোহণ কৰাৰ। যুধিষ্ঠিৰৰ লগে লাগে যোৱা কুকুৰ-ৰূপী ধৰ্মকো সেইদৰে যাত্ৰা কৰা দেখা পাইছিলো মন-নয়নকৈ।

সক গাঁও কমাৰ ফদীয়া। পিছে মোৰ জন্মৰ সময়ত সি বহৰহীয়া আছিল বুলিয়ে ক'ব লাগিব। কমাৰ ফদীয়াৰ নামঘৰত গোট খাব পৰা মুঠ একুৰি সাত-আঠ ঘৰ মানুহ। সকলোৱেই কলিতা—বোধ হয় এঘৰ এৰি। সকলোৱেই আউনীআটী সত্ৰৰ সাতাম পুৰুষীয়া দাস বুলি গৌৰৱ কৰে। সকলোৰে প্ৰধান উপজীৱ্য কৃষি। মোৰ বি মনত পৰে, সকলোৰে অন্ততঃ বছৰটো চলিব পৰাকৈ নিজৰ খেতি-মাটি আছিল, কিন্তু দুই এঘৰে অধিক আয়ৰ আশাত গাঁৱৰে সৰহ মাটি থকা ঘৰৰ মাটি আধিকৈ বা থকুৱাকৈ খাইছিল। অল-পতে সকলো হোৱা অলমীয়া ঋতাৰেবে দুই-এঘৰে মাথোন টৌক্ টৌক্ টাক্ টাক্কৈ খাই থাকিলেও গাঁৱৰ কোনো ঘৰৰে অনাটনৰ কষ্ট হোৱা কথা মই ক'ব নোৱাৰোঁ। কিন্তু বংশ-বৃদ্ধি হোৱাৰ লগে লগে কোনো কোনো ঘৰৰ ভাই-ককাইৰ ভিতৰত দুই-এজনে পানী দিহিং আদি

অঞ্চলত হাবি ভাঙি পাম ধৰিবলৈ যত্ন কৰিব লগীয়া হৈছিল। এই কথাই গাঁৱৰ শ্ৰী হানি নকৰাকৈ নাছিল। গাঁৱৰ মাজৰ সংহতি আৰু সংহতিৰ আনন্দকো সিয়ে ব্যাহত কৰি তুলিছিল। আৰ্থিক সুস্থতাৰ বাবে সামাজিক জীৱন সুস্থ হোৱাৰ উদাহৰণ আমাৰ গাঁওবোৰত সাধাৰণ হৈ পৰিছে। অবিভক্ত অসমত বাইছ হেজাৰখন গাঁও আছিল। এতিয়া তাৰ সংখ্যা বাঢ়ি ২৩ হেজাৰৰ ওপৰলৈ উঠিছে। সেইবোৰৰ আৰ্থ সামাজিক জীৱনৰ খতিয়ান কিন্তু গাভ লাগি কোনেও নলয়। গাঁওবোৰৰ আৰ্থিক জীৱনটো ধৰি ৰাখিব নোৱাৰিলে অসমীয়া সামাজিক সাংস্কৃতিক লক্ষণ আৰু সম্পদক ধৰি ৰখা টান হ'ব। কেইবছৰমানৰ আগতে যোৰহাটস্থ অসম কৃষি বিশ্ববিদ্যালয়ৰ এখন 'কৃষ্টি-সভা'ত বক্তৃতা দিব লগীয়া হওঁতে কৈছিলোঁ, কৃষ্টিৰ এক বিশেষ আৰু ভিত্তিগত ৰূপ হ'ল কৃষি। সকলো cultureৰ মাজত agriculture সাৰ পদাৰ্থ। সিয়ে আমাক আমাৰ জীৱনৰ মূল অঙ্গ শৰীৰটো দিয়ে। উপ-নিষদতো সেই চিন্তা আছে—অন্নাদ্ হেৱ । আমাৰ কৃষিক ঐশ্বৰ্যৱন্ত কৰিলে আমাৰ সংস্কৃতিও স্বাস্থ্যৱন্ত হৈ উৎফুল্ল হৈ উঠিব। সেই কথা থাওক। কমাৰ ফদীয়া গাঁওখন দক্ষিণত আমাৰ ঘৰতে আৰম্ভ কৰি লেচেৰি কোবাই গৈ আমাৰ পূৰ্বৰ স্থান আমনি আলিৰ লগা-লগি ঠাইত তাৰ নেজডাল ৰাখিছিলগৈ। এই দীঘল বাটছোৱাৰ মাজে মাজে আকৌ আহোম, কৈৱৰ্ত আৰু পুৰণি ভকত (মায়া-মৰীয়া) লোকৰ বাস। অৱশ্যে আহোম চাৰি ঘৰৰ আহোম-চুক আৰু কৈৱৰ্তসকলৰ আৰু মায়ামৰীয়াসকলৰ হ'লে যথাক্ৰমে যোগ নীয়া আৰু মঠাডাং নামে সুকীয়া সুকীয়া গাঁও। এই সকলোৰে পাৰিবাৰিক আৰু সামাজিক জীৱনৰ গোটবোৰ সুকীয়া হ'লেও সকলোৰে মাজত সদায় অবিচ্ছেদ্য সৌহাৰ্দ্যৰ টান বৰ্তমান আছিল। সকলোৰে মাজত সম্বোধনত সদাই ভতিজা, ককাই ভাই, বাই-ভনী,

পেছী-ভক্তিজীৱ সমধ। পৰস্পৰে পৰস্পৰক সহায় আৰু সহানুভূতি দিবলৈ যেন সদায় সাজু। সকলোৰে জীৱনৰ পদ্ধতিৰ সাধাৰণ ক্ৰম ক্ৰমিয়ে নিৰ্মাণ কৰি দিছিল। যোগনীয়া গাঁৱৰ মানুহ কেইঘৰে মাছমৰীয়া বৃত্তি অৱলম্বন কৰিছিল, কিন্তু মই দেখাত সেই বৃত্তি বিশেষ লাভজনক নহৈছিল, কাৰণ ওচৰত ডাঙৰ বিল আদি নাছিলেই, গতিকে সেই গঞাসকলো খেতিয়কেই হ'ব লাগিছিল। মঠাডাং গাঁৱৰ গঞাসকলৰ জীৱনক এটা বৰ ডাঙৰ ঘূণে বিন্ধিছিল, তেওঁলোকৰ বহুত কানিৰ সেৱক হৈ পৰিছিল আৰু সেয়ে তেওঁলোকৰ আৰ্থিক জীৱনক এনেকৈ ভেজিছিল যে নিজে নিৰিচৰাকৈয়ে বহুতজনে নগৰত গৈ দিন হাজিৰাৰ কাম কৰিছিল আৰু দিনটোৱে ঘটা পইছা কেইটাবে এৰতিমান কানি লৈ ঘৰলৈ ঘূৰিছিল। এইটোৱে তেওঁলোকৰ জীৱনক অস্বচ্ছসৰপৰা আৰু অস্বচ্ছল কৰি তুলিছিল। মহাত্মাৰ কানি নিবাৰণ আঁচনি অহাৰ পাছত কানীয়াসকল সহজ জীৱন পথলৈ আহিল আৰু তেওঁলোকৰ দুৰ্নাম আঁতৰিল, কিন্তু ইতিমধ্যেই তেওঁলোকৰ আৰ্থিক দুৰ্গতি স্থায়ী হৈ বৈ গৈছিল। এনে হেন সংকটৰ মঠাডাং গাঁৱতে মোৰ সমসাময়িক এটি উজ্জ্বল বৰ ওলাইছিল—"আৱাহন"ৰ পাতত সাময়িক জীৱনৰ চিত্ৰৰ গল্প লিখা ইন্দীবৰ গগৈ, যিজনে শিক্ষক আৰু শিক্ষানুশাসক ৰূপে মাধ্যমিক স্তৰত বিশেষ খ্যাতি অৰ্জন কৰিছিল। তেওঁক আমি পাহৰিয়ে পেলাইছিলোঁ। ভাগ্যবশত, অকালতে বিয়োগ হোৱাৰ আগতে তেওঁ তেওঁৰ গল্পখিনি মোৰ পৰামৰ্শ গ্ৰহণ কৰি সংগ্ৰহ কৰি ছপোৱাৰ দিহা কৰি থৈ গ'ল।

কমাৰ কদীয়াৰ ভিতৰত বৃত্তিয়াল লোক নাছিল বুলিলেই হয়। তাৰ কমাৰ কদীয়া নাম কিয় হৈছিল, সেই বিষয়েহে খাটাংকৈ একো ক'ব নোৱাৰিলো। সম্ভৱতঃ আমাৰ বংশৰ দৰে গাঁৱৰ সকলোখিনি মানুহ আন আন ঠাইৰপৰা উঠি আহি তাত বহিছিলহি,

আৰু তাৰ পূৰ্বতেহে বজাৰ দিনত আমাৰ গাঁৱৰ ঠাইতে কমাৰ খেলৰ লোকৰ নিবাস আছিল, যিসকল মান-ভগনত কি মানৰ দিনতে তাৰপৰা ভাগি গৈ তালৈ আৰু ঘূৰি নাহিল। মোৰ মনত পৰাৰেপৰা গাঁৱৰ এঘৰকহে কমাৰৰ ঘৰ বুলি চিনোৱা হৈছিল, তেওঁ-লোকো বৃত্তিয়াল লোক আছিলনে, তাক নাজানো। ইয়াৰ বাহিৰে এজন আহোম আৰু এজন কলিতাঃ কমাৰ শাল পতা দেখিছিলো, কিন্তু তেওঁলোকৰ সেইটো চাবেক বৃত্তি নাছিল। নলবাৰী অঞ্চলৰ কেই-জনমান কঁহাৰে গাঁৱত তেওঁলোকৰ শাল পাতি প্ৰায় স্থায়ী ধৰণেই থোৱাটো আমি সকবেপৰা দেখি আহিছিলোঁ। কিন্তু এই গাঁৱত তেওঁলোকৰ স্থায়ী মাটি ঘৰ নাছিল।

গাঁৱৰ ভিতৰত আমাৰ ঘৰখন চহকী বুলি এটা কথা চলি আছিল। নিজে মানুহ ৰাখি কৰোৱা খেতি আৰু আধি-খন্দুৱাকৈ আনক দিয়া মাটিৰপৰা হোৱা আমাৰ ধান ভাটিয়লীয়া বেপাৰীক বিক্ৰী কৰা হৈছিল আৰু তাৰপৰাই নগদ ধনৰ আৰ্জোন হৈছিল। তাকেই বোধ হয় আমাৰ লোকে চহকীৰ লক্ষণ বুলি ধৰিছিল, কাৰণ তেনে ধনেৰেই আমাৰ ঘৰৰ ল'ৰা (মোৰ ককাইদেউ ডিম্বেশ্বৰ নেওগৰ কথাকে বুজাইছোঁ) কলেজত পঢ়িছিল, গাঁওখনৰ একমাত্ৰ চৰকাৰী চাকৰিয়ালজনো (মোৰ দদাইদেউ) আমাৰ ঘৰৰে আৰু ঘৰখনৰ আন আৰ্থিক চল-কৰো সহজ যেন আছিল। চহকী বুলি যশস্তাৰপৰা এটাই মাথোন লাভ বা লোকচান হোৱা দেখা পাই-ছিলোঁ—আমাৰ ঘৰত মাজে মাজে চোৰ সোমাইছিল, কিন্তু সেই চোৰে চুৰি কৰি ধন সম্পত্তি পাই নিয়া কথা মনত নপৰে, মিছাতেই মাথোন, কষ্ট কৰি ঘূৰি যায়! দেউতাই সেই কাৰণে আমাৰ বৰঘৰটোৰ বেৰ-খোৰ বৰ মজবুতকৈ দিয়াইছিল আৰু তাত খিৰি-কিও নিদিয়াইছিল। সেই দেখি মোৰ এজন মোমাইদেৱে (উকীল প্ৰেমধৰ হাজৰিকা) দেউতাক কৈছিল, 'তিনিহিদেৱে তেও ৰবঘৰটো

চোৰৰ সুবিধা কৰি কৰি দিছে। তাত চোৰটো সোমাই ল বলৈ পাসে দিনতে সি আক আন্ধাৰত কেতিয়াও ধৰা নপৰিব।' ধনৰ টোপোলা বিচাৰি সোমোৱা চোৰে কাপোৰ কানি, বাটি কাঁহী কেই-ডোখৰকে লৈ যাব পাৰে ভাবি দেউতাই এটা কাঠৰ বৰপেৰা কৰাই লৈছিল। পিছে এবাৰ চোৰ সোমাই সেই পেৰাৰ ভিতৰৰ কাপোৰ কানিবোৰ ফান ফান কৰি পেলাইছিল। উপায় নাই, কাৰণ, আমাৰ ভেতিয়াৰ ভেটি আছিল কেঁচা, আক তাত সিন্ধি খনা সহজ কথা। এবাৰ চোৰৰ গম পাই আমি আটাইবোৰ সাৰ পোৱাৰ পাছত দেখোঁ, চোৰে মাৰলঘৰ আক ৰৰঘৰৰ ছুৱাৰে ছুৱাৰে একোখন আমাৰে দা সাজু কৰি ৰাখিছিল! ভাগ্যে সেইবোৰ ব্যৱহাৰ কৰা অৱস্থালৈ ঘটনাটো নাহিল। এই সকলোবিলাক ঘৰখনৰ চহকী বোলা যহৰ জগৰ। সেইবোৰ যি হওক, ঘৰখনত শিক্ষা প্ৰতিষ্ঠা কৰাৰ বাবে দেউতাৰ বিশেষ যত্ন সদায় আছিল। তেওঁ নিজে ওপৰলৈকে নপঢ়িও ভায়েকক (পোস্টমাস্টৰ লোকনাথ দত্ত নেওগক) শিক্ষা ল'বৰ সুবিধা কৰি দিছিল আক পাছত আমাৰো শিক্ষাৰ বৰ যতন লৈছিল। সেই চিন্তা আক যত্নইহে আমি পুতেকহঁতৰ উচ্চতম শিক্ষাৰ মূল।

# উনবিংশৰ মৌ-বাহ

"ইহ্ নেদেখিছা, বৰ বিশ্ব বিখ্যাত পণ্ডিতটো! জন্মনো পাইছিল ক'ত? কমাৰ কন্দীয়াৰ নিচিনা এখন অখ্যাত সৰু গাঁৱতহে।" এই বুলি মোক লৈ কোনোবাজনে ধেমালি কৰিছে। কথাষাৰে আমাৰ ইতিহাসৰ ডাঙৰ অৰ্থপূৰ্ণ কথা এটালৈ মোৰ মনত পেলাই দিছে। সেয়া 'মহিধা কূত্ৰকতৰ'ৰ কথা নহয়। স্বয়ং ভগৱান বুদ্ধৰ কথা। ভগৱানৰ যেতিয়া মহাপৰিনিৰ্ব্বানৰ বেলা কাষ চাপি আহিল, তেতিয়া তেওঁ কুসিনাৰা (কুশীনগৰ) বোলা এখন সৰু ঠাইলৈ (কু গ্ৰাম) বুলি চৰণ চলাইছে। লগত তেওঁৰ চিৰসঙ্গী আনন্দ। আনন্দই প্ৰশ্ন কৰিলে, ভগৱান এই মুহূৰ্ত্তত কিয় সেই কু গ্ৰামলৈ যাত্ৰা কৰে? ভগৱান বুদ্ধই উত্তৰত মল্লসকলৰ পুৰণি ৰাজধানী কুশাৱতীৰ গুণ কীৰ্ত্তন কৰিছে, "কুসাৱতী আনন্দ! ৰাজধানী দসহি সদ্দেহি অৱিত্তা অহোসি দিৱা চেৱ ৰত্তি চ, সেয্যথিদং— হত্থিসদ্দেন, অস্‌সসদ্দেন, ৰথসদ্দেন, ভেৰিসদ্দেন, মুদিঙ্গসদ্দেন, বিণাসদ্দেন, গীতসদ্দেন, সঙ্খসদ্দেন, সম্মসদ্দেন, তালসদ্দেন, অস্নাথ পিৱথ খাদথাতি দসমেন সদ্দেন।" 'আজি নিজম পৰিলেও এদিনাখন কুশাৱতী ৰাজধানী হাতী-ঘোঁৰাৰ চিঞঁৰ, ৰথৰ শব্দ, শঙ্খ-মৃদঙ্গ' আদি বাদ্যৰ ধ্বনি, 'গা ধোৱাঁচোন,' 'পান কৰাঁচোন', 'খাবলৈ বহঁাহে' আদি দহ প্ৰকাৰৰ আনন্দ কোলাহলেৰে দিনে-নিশায় পূৰ আছিল। কমাৰ কন্দীয়াৰ নৈসৰ্গিক বিলাসৰ কিঞ্চিৎ উল্লেখ কৰিছো, মোৰ কালত ৰবৈয়া ভৰগাঁও কমাৰ কন্দীয়া কেনেকৈ নিছলা হৈ পৰিছিল, তাকো ইঙ্গিত দিছো, সেই সময়ত সি নিম্ন মধ্যবিত্তৰ গাঁও। কিন্তু উনবিংশ শতকৰ সোঁ মাজত কমাৰ কন্দীয়া বৌদ্ধিক সম্পন্নতাৰে উজ্জ্বল হৈ উঠিছিল।

সেই কথা কিন্তু পাহৰণিৰ গৰ্ভত প্ৰায়। তাৰ সক হ'লেও এটি অভিলেখ পিছে নোহোৱা নহয়। মই পেন্দুকণা থকা সময়ত হ'ব লাগিব, মোৰ এজন ককাদেউতা (আইৰ দদাইদেউ, তেওঁৰ পুত্ৰ ত্ৰৈলোক্যনাথ আৰু যোগেন্দ্ৰনাথ হাজৰিকা আৰু নাতি শিলঙৰ বিশ্ব চেষ্ট হস্পিটালৰ প্ৰয়াত মুখ্য চিকিৎসক ডা চৈতন্যনাথ হাজৰিকা আদি) 'কাৰ্য্য-প্ৰবেশ"—লেখক কালীনাথ হাজৰিকাই 'আলোচনী" কাকতত হ'বপায় শিৱসাগৰৰ বলিয়াঘাটৰ তিক কাকতীৰ বংশৰ 'জাপি চাহাব' উপনামেৰে বিখ্যাত লক্ষ্মীনাথ কাকতীৰ জীৱনী প্ৰকাশ কৰিছিল। সেই জীৱনীটি পিছত পদ্মনাথ গোহাঞি বৰুৱা-সংকলিত "জীৱনী সংগ্ৰহ"ত সন্নিৱিষ্ট হৈছিল। তাতে কমাৰ কদীয়াৰ উজ্জল ইতিহাসৰ এটি খতিয়ানো সোমাই আছে। তাৰ কিছু কথা সহজানন্দ ভৰালীদেৱে "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত"ত সন্নিৱেশ কৰিছে। যোৱা শতিকাত ব্ৰিটিশ আমোলত অসমৰ নৱ-বিকাশৰ যি পাতনি মেল খাইছিল, তাৰ লগত কথাখিনি জড়িত। তেতিয়া আন নহ'লেও 'মৃদিঙ্গসন্দ, বিণাসন্দ, গীতসন্দ তালসন্দ' আদিৰে কমাৰ কদীয়া 'অবিত্তা অহোসি।'

১৮৩৫ চনত নামনিৰ গুৱাহাটীত আৰু ১৮৪০ চনত উজনিৰ শিৱসাগৰ জিলাৰ সদৰ শিৱসাগৰত প্ৰথম ইংৰাজী পঢ়াশালি স্থাপন হোৱাটি আমাৰ আধুনিক শিক্ষা-সংস্কৃতিৰ বুৰঞ্জীত অভিনৱ ঘটনা। লায়নেল ইজেল নামে চাহাব হেডমাস্টৰেৰে শিৱসাগৰ স্কুলে ডিব্ৰুগড়ৰ-পৰা নগাঁৱলৈকে বিদ্যাৰ্থী আকৰ্ষণ কৰিছিল। দূৰ ঠাইৰ এই বিদ্যাৰ্থী-সকলে শিৱসাগৰ নগৰত বা তাৰে আশে-পাশে কোনো ঠাইত কাৰো-বাৰ বাৰীত সক সক ঘৰ কৰি নিৱাস কৰিছিল; তেওঁলোকে সময়মতে ঘৰৰপৰা চাউল পাতৰ যোগান পাইছিল। নগৰৰ উপকণ্ঠৰ কমাৰ কদীয়াতো দূৰ দূৰ ঠাইৰ ছাত্ৰসকলে বহা বাহিছিলহি। যোৱা শতিকাৰ শেষ চতুৰ্থাংশত এনেকৈ আমাৰ গাঁৱত থকাসকলৰ ভিতৰত

আছিল শিৱসাগৰ বলিয়াঘাটৰ অশোধন লো পগাই তাঁখা কবাত পার্গত জগন্নাথ তিক কাকতীৰ পুত্র লক্ষ্মীনাথ কাকতী, তেওঁৰে চাবিওৰ ভাগিন আৰু পাছত কলিকতাত "ভ্রমৰঙ্গ" ৰচনা কৰে তাৰ এজন ৰমাকান্ত বৰকাকতী, পিছৰ জজ হাকিম যোগেন্দ্রনাথ বৰুৱা (মৃগেন্দ্রনাথ বৰুৱা, ৰবীন্দ্রনাথ বৰুৱা আদিৰ পিতৃ) আৰু বিধান সভাৰ অধ্যক্ষ ৰাজেন্দ্রনাথ বৰুৱাৰ পিতৃ গোলাঘাটৰ দণ্ডধৰ বৰুৱা, পিছত মন্ত্রী ঘনশ্যাম বৰুৱা, মেলেঙৰ ৰাধাকান্ত সন্দিকৈ আৰু বহুতজন— ছুতিৰাম বৰুৱা খাজাঞ্চিৰ তিনি ভাই সৰ্বানন্দ বৰুৱা, স্বৰূপানন্দ বৰুৱা আৰু পূৰ্ণানন্দ বৰুৱা (শেহৰজনৰ নামেই ডিব্রুগড়ৰ পূৰ্ণানন্দ পথ নাম হৈছে), যোৰহাটৰ সভাৰাম বৰুৱা, মহীৰাম বৰুৱা, ভিবেশ্বৰ বৰুৱা, পিছত চাওখাত মৌজাৰ মৌজাদাৰ কমলাকান্ত-ঘিউ বৰুৱা, যজ্ঞোৰাম ছুলীয়া বৰুৱা আদি পাছৰ কালত প্ৰতিষ্ঠাপন্ন হোৱা লোকসকল। এইসকলৰ লগতে শিক্ষাত উজান দিয়া কমাৰ-কদীয়াৰ কোন কোন তৰুণ আছিল, তাৰ লেখহে আজি মোৰ হাতত নাই। লম্বোদৰ ভূঞা নামে আমাৰ ওচৰ-ঘৰীয়া এজনৰ মুখত লক্ষ্মীনাথ কাকতী আদিৰ কথা শুনিছিলো, ভূঞাই মাজে মাজে মোৰ হতুৱাই "জীৱনী-সংগ্রহ" বপৰা কালীনাথ হাজৰিকা ককাদেউতাই লেখা লক্ষ্মীনাথৰ জীৱনী পঢ়াই শুনি ভাল পাইছিল।

মৌ-চাকৰ মৌ মাখিৰ দৰে যেতিয়া কমাৰ কদীয়াত নিবাস কৰা ছাত্রৰ সংখ্যা সৰহ হ'ল, তেতিয়া লক্ষ্মীনাথ কাকতীৰ নেতৃত্বত ১৮৭০ চনমানত কমাৰ কদীয়া ইয়ং কোম্পানী নামে এটি অনুষ্ঠান সংগঠিত হয়। এই ইয়ং কোম্পানীৰ আদর্শ-স্থানত মেটচিনিৰ 'যুৱক ইতালী' বা বঙ্গদেশৰ ডিৰ'জিঅ'ৰ 'যুৱা বাঙ্গালী' আছিল নে নাই, আজি খাটাংকৈ ক'ব নোৱাৰিলো। দেওবাৰে দেওবাৰে নিয়মীয়াকৈ কোম্পানীৰ সভা বহিছিল। লক্ষ্মীনাথ কাকতীয়ে "ভাতৃজ্ঞান কৰি তলৰ ছাত্রসকলক নৃত্য-গীত আৰু বাদ্য শিকাইছিল, হাৰমনিয়াম বজাই কেতিয়াবা

নিজে নিজে গাব, কেতিয়াবা সমবেত গীত গাই সভা মুকলি কৰিব, সভাৰ মাজে মাজে হাৰমনিয়ামত সুৰ উলিয়াই ঘোষাৰ পদ গাই শুনাব, নিজ নিজ লগৰ ছাত্ৰসকলে যি যেনেকৈ পাৰে ৰচনা লেখি সভাত পাঠ কৰিব, কৰিতা লেখি সেই কৰিতা পঢ়িব, আবৃত্তি কৰিব, স্বাধীন অসমৰ ইতিহাস ক'ব, মণিৰাম আদিসকলক স্মৰণ কৰি গীত গাব। তাৰ উপৰি বিশেষ বিশেষ উৎসৱত ভলৰ ছাত্ৰ-সকলক নৃত্যগীত ভালকৈ শিকাই চোকোৰা নাচ কৰাব, ভাওনাৰ সক-সুৰা কাহিনী দেখুওৱাব," ইত্যাদি ( "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত", ৪৪ পিঠি )। ল'ৰাইতৰ নিমন্ত্ৰণ ৰক্ষা কৰি নগৰৰপৰা ভাওৰীয়া দীননাথ বেজবৰুৱা, শিৱসাগৰ স্কুলৰ সৰ্বপ্ৰথম হেডমাস্টৰ ( যাৰ ওচৰত আঠ-বছৰীয়া সক হেমচন্দ্ৰ বৰুৱাই পোন প্ৰথমে ইংৰাজী শিকিছিল ) পৰমানন্দ ভৰালী, দুৰ্গাপ্ৰসাদ বৰুৱা আদিয়ে কোম্পানীৰ সভাত যোগ দি উৎসাহ যোগাইছিল। লক্ষ্মীনাথ বেজ-বৰুৱাৰ "মোৰ জীৱন সোঁৱৰণ"ত কেনেকৈ বৰপেটাৰ তিথিৰাম বায়নৰ যাত্ৰা দলে শিৱসাগৰত বঙসুৱা যাত্ৰাভিনয় কৰি তোলপাৰ লগাইছিল, তাক বৰ্ণোৱা আছে। সেই তোলপাৰৰ খলক এটা কমাৰ ফৰীয়া ইয়ং কোম্পানাতো গৈ উঠিছিল। ভাওনাৰ লগতে যাত্ৰাৰ আয়োজন কোম্পানীয়ে কৰিছিল আৰু যাত্ৰাত ৰাধাৰ ভাও লোৱা ল'ৰাৰ নিজ নাম সলনি হৈ ৰাধাকান্ত হৈছিল। কমাৰ ফৰীয়াৰ নাচনি 'চোকোৰা'ৰ খ্যাতি বহল হৈ উঠিছিল। এইদৰে ঊনবিংশ শতিকাৰ চতুৰ্থ দশকৰ মাজতে কমাৰ ফৰীয়াত ইয়ং কোম্পানী ৰূপৰ মধু-চক্ৰটি সজা তৰুণসকলে ১৮৯৯ চনত জন্ম হোৱা শিৱসাগৰ নাট্যসমাজৰো বহুত পূৰ্বতে শিৱসাগৰত অসমৰ ৰাউতিৰুপীয়া শ্ৰীশঙ্কৰী ঐতিহ্যৰ বাহিৰৰ, আধুনিকতাৰ কালে গতি কৰা অভিনয় আৰম্ভ কৰি দিয়ে। "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত" ৰচয়িতা সদানন্দ ভৰালীদেৱে সেই দেখি 'সংস্কৃতিলৈ শিৱসাগৰৰ অৰিহণা'ৰ ( ৩৭ পিঠি

আনি ) লেখ লওঁতে ইয়ং কোম্পানীৰ আগ-ৰবতণিৰ লেখ শিৱসাগৰ নাট্যসমাজৰ কাহিনীৰ আগতে ধৰিছে : "এই ৰবতণি আছিল ১৮৭০ চনৰপৰা ১৮৭৬ চনলৈকে শিৱসাগৰ নগৰৰ সমীপৰ সত্ত চহৰখনি জমাব ফদীয়াৰ।"

সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াই "জীৱন-সোঁৱৰণ"ত শিৱসাগৰ চৌওৱা দ্বিতীয় এটি ৰাহিৰৰ খলকনিৰ কথা বহলাই উল্লেখ কৰিছে। সেয়া হ'ল কলিকতাৰপৰা আহি অসমৰ নগৰে নগৰে বক্তৃতাৰ আস্ফালন তোলা ব্রাহ্ম সমাজৰ পাণ্ডাসকলৰ খলক। কোনো ল'ৰা বা কোনো ডেকাই তেনে বক্তৃতা শুনিবলৈ যোৱা বুলি শুনিলে ফণীধৰ চলিহাৰ নেতৃত্বত শিৱসাগৰীয়া সমাজৰ গুৰিয়ালসকলে কেনেকৈ দণ্ড বিহিবৰ যত্ন কৰিছিল, তাৰ ইঙ্গিতো বেজবৰুৱাই দিছে। ব্রাহ্ম সমাজৰ সেই 'তোলজাড'ৰ প্ৰতিবিধান কমাৱ ফদীয়া ইয়ং কোম্পানীয়ে কেনেকৈ কৰিছিল সিহে অতি বিচিত্র। কোম্পানীটোৰ অংশীদাৰসকলে শিৱসাগৰত বক্তৃতা দি ফুৰা কলিকতাৰ বাগ্মীবৰ ৰামকুমাৰ বিদ্যাৰত্নক কমাৱ ফদীয়ালৈ নিমন্ত্রণ কৰিলে আৰু গাঁৱৰ নামঘৰতে ৰাজহুৱা সভা পাতি তেওঁৰ বক্তৃতা শুনিলে সকলোৱে নীৰৱে। সেই বক্তৃতাৰ অন্তত তাৰ একপ্ৰকাৰ সমিধান ৰূপেই লক্ষ্মীনাথ কাকতি আৰু ভিম্বেশ্বৰ বৰুৱাই "কীৰ্তন ঘোষা"ৰ পদ জাত লগাই সুললিতকৈ অতিথিক গাই শুনালে, তাৰে অলপ ব্যাখ্যাও দিলে। সেয়া শুনি ব্রাহ্ম ধৰ্মৰ প্ৰবক্তাজনে বুজিলে আৰু ক'লে যে তেওঁ যি বাণী বাইজক দিবলৈ লৈ আহিছিল, সেইখিনি মহা পুৰুষৰ পুথিতে লিপিবদ্ধ হৈ আছে আৰু যি সমাজত এনে গ্ৰন্থ আছে, তাত ব্রাহ্মধৰ্মৰ দীক্ষাৰ কোনো প্ৰয়োজনেই নাই। অনেক ঠাইতে ব্রাহ্মধৰ্মৰ ব্যাখ্যাৰে সভা জিনি অহা বিদ্যাৰত্নই কমাৱ ফদীয়াত তেওঁৰ ৰাটালু দেখা পালেহি! ইয়াৰ পিছত তেওঁ কমাৱ ফদীয়া আৰু শিৱসাগৰৰপৰাই নহয়, অসমৰপৰাই আঁতৰি গ'ল।

কমাৰ ফদীয়া ইয়ং কোম্পানীৰ অনেক সদস্যই পিছৰ অসমীয়া সমাজত উচ্চ প্ৰতিষ্ঠা লাভ কৰিছিল। মন্ত্ৰী ঘনশ্যাম বৰুৱা, 'জোনাকী' কাকতৰ দলৰ ৰমাকান্ত বৰকাকতী, মুন্সিপ লক্ষ্মীনাথ কাকতী, তাই বেষ্টৰ অব্‌ সেও ৰেকৰ্ডছ ৰাধাকান্ত সন্দিকৈ আদি আছিল সেইটি মৌ-বাহৰে মৌ-মাখি, যাৰ গুঞ্জনে অসমৰ নব্য জীৱনত মাধুৰ্য সানিছিল। ১৮৭৬ চনত লক্ষ্মীনাথ কাকতি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ উচ্চ শিক্ষাৰ বাবে যোৱাৰ পিছত কমাৰ ফদীয়া ইয়ং কোম্পানী কেনেকৈ লাহে লাহে উৱলি গ'ল, তাৰ অভিলেখ আমাৰ হাতত নাই, কাৰণ কালীনাথ হাজৰিকা ককাৰ দৰে কোনেও সেই অৱসাদৰ কথা লেখি যোৱা নাই। কমাৰ ফদীয়া ইয়ং কোম্পানীৰ বিশিষ্ট সদস্য গোলাঘাটৰ দণ্ডধৰ বৰুৱা ছাত্ৰ জীৱনৰ পাছৰ সময়তো কমাৰ ফদীয়াতে আছিল, আৰু তেওঁৰ ৰবজীয়ৰী মুক্তাৱলী (কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ পত্নী) আৰু পুত্ৰ যোগেন্দ্ৰনাথ বৰুৱা আৰু ৰাজেন্দ্ৰনাথ বৰুৱা কমাৰ ফদীয়াতে ডাঙৰ-দীঘল হৈছিল। এতিয়া য'ত কমাৰ ফদীয়া বাৰুছুৱা নামঘৰ আছে, সেই মাটিডোখৰ দণ্ডধৰ বৰুৱাদেৱৰ আছিল আগতে। গগন ধনীয়া চাপেৰে নেওগ বংশৰ বাবীৰ কাষতে লগাকৈ বৰ বৰ গছেৰে এখন বাৰী আমি সকতে দেখিছিলো, তাকে দণ্ডধৰৰ বাৰী বুলি জনা গৈছিল। তাতেই সেই বৰুৱা বংশৰ ঘৰ দুৱাৰ আছিল।

সেই কালত যদিও কমাৰ ফদীয়া ভৰ গাঁও, সি কিন্তু কমাৰ ফদীয়া ইয়ং কোম্পানীৰ শোহৰৰ কালে গতি আৰু স্পৃহা ধৰি ৰাখিব নোৱাৰিলে যেন লাগে। তিথি-মহোৎসৱ, ভাওনা-সবাহ, কাকুৱা-হুচৰিৰ আনন্দপূৰ্ণ কোলাহল আগৰ দৰেই থাকিল। জীৱন-নিৰ্বাহৰ পুৰণি কৌশলবোৰো একেই থাকিল, গক ম'হ আদি কৃষকৰ সম্পদৰ দইন নপৰিল। কিন্তু কোম্পানীৰ কল্যাণত নব্য শিক্ষাৰ প্ৰতি আগ্ৰহে শিৱসাগৰৰ উপকণ্ঠৰ গাঁওখনক যেনেকৈ শোহৰ

কৰি ধৰি ৰাখিব লাগিছিল, তেনে নহ'ল। দুই-এজন মাথোঁ তৰুণে নতুন হাই স্কুলীয়া শিক্ষাকে লৈ চৰকাৰী কামত শিৱসাগৰ অঞ্চলৰ বাহিৰলৈ ওলাই আহিছিল। কিন্তু উনবিংশৰ ভিতৰত ওপৰত উল্লেখ কৰাসকলৰ বাহিৰে কোনেও কলেজ নৰগাইছিলগৈ। আমাৰ বংশৰ বিষয়তো সম্ভৱত সেয়ে অৱস্থা। মোৰ দদাইদেউ লোকনাথ দত্ত নেওগেই ডাক তাঁৰ বিভাগৰ কামত সোমাই গাঁৱৰ বাহিৰলৈ ওলাই যায় প্ৰথম। তেওঁ কিন্তু হাই স্কুলৰ অষ্টম মান শ্ৰেণীলৈকেহে (থাৰ্ড ক্লাছ) পঢ়িছিল। তাতেই তেওঁৰ ইংৰাজী ভাষা শিকা আছিল, আখৰকেইটাও বৰ গঢ়িত আছিল। মই সৰু হৈ থাকোঁতে দদাইদেউক ইংৰাজী বাক্য দুই-এটা ক'লে তেওঁ হাঁহি হাঁহি কৈছিল, 'হেৰৌ, থ, থ, তোৰ কাণ দুখন মই পাকুৰি দিব লাগিব। মোৰ তলত কাম কৰা বি এ, এম. এ য়ো মোৰ ইংৰাজীৰ জোৰ নাপায়।" দদাইদেৱে ডিব্ৰুগড়ৰ ঘাই ডাকঘৰৰ পোস্টমাস্টৰ ৰূপে অৱসৰ লৈ ডিব্ৰুগড়তে ঘৰ কৰি লৈছিল। তেওঁ অসমৰ প্ৰথম অসমীয়া পোস্টমাস্টৰসকলৰ এজন। মই বুজি নোপোৱা কালত বংশৰ আন কোনে কি শিক্ষাৰ গৌৰৱ লাভ কৰিছিল ক'ব নোৱাৰোঁ। দেউতাও (মাণিকচন্দ্ৰ নেওগ) ইংৰাজী স্কুলত পঢ়া নহয়। ১৮৭৩ চনত অসম উপত্যকাৰ পঢ়াশালিবোৰত অসমীয়া পঢ়াৰৰ চৰকাৰী আদেশ হ'ল যদিও তাৰ পিছতহে স্কুলত পঢ়া দেউতাই "কাল কাক / ভাল নাক" আৰু "পাখীসৰ কৰে ৰব/ৰাত পোহাইল,/ কাননে কুসুমকলি/সকলই ফুটিল," আদিহে পঢ়িবলৈ পাইছিল। দেউতাই সংস্কৃতৰ জ্ঞান ক'বপৰা পাইছিল, তাকহে ক'ব নোৱাৰিলো। তেওঁ চাণক্য-শ্লোক বহুতবোৰ স্মৃতিৰপৰা আওৰাইছিল আৰু তাৰ অৰ্থ কৈছিল। মই হাই স্কুলৰ পঞ্চম-ষষ্ঠ শ্ৰেণীত পঢ়ালৈকে ভাষাই হওক বা সাহিত্যই হওক বা অঙ্কশাস্ত্ৰই হওক দেউতাহে প্ৰকৃত শিক্ষক আছিল। দেউতাই পঢ়ুৱাবলৈ হ'লে কিন্তু চ'ৰাঘৰৰ চকি-

মেজ এৰি মাৰলঘৰৰ জহালৰ কাষত বহা তেওঁৰ ওচৰত পাটী-ঢাৰি বা চটাই ঢৰা পাৰি লেপেটা কাটি বহিব লাগিছিল আগত হাৰিকেন লেমটো লৈ। সেই সময়ত পঢ়াত নিমগ্ন মোৰ ভেজ খাই তুলতুলীয়া হোৱা মহকেইটা আয়ে হাতত টিপ-চাকি এটা লৈ পুৰি পুৰি মাৰিছিল। দেউতাৰ পাঠশালা মাৰল ঘৰত এইদৰে পঢ়োঁতে কেতিয়াবা দিনটোৱে লগৰ লগৰীয়াৰে বিচাৰি অনা মাহৰ-গুটি জলাই লৈ পটি বৰ ফূৰ্তি পাইছিলো। দেউতাৰ আকৌ জ্যোতিষত বৰ ৰতি আছিল, জ্যাতিষৰ দুখনমান পুথি আক পি এম, বাকচীৰ ডাইৰেক্টৰি পঞ্জিকা দেউতাৰ লগৰীয়া আছিল। এই বিষয়ত তেওঁ এজ। জনাজাত পণ্ডিতৰ লগত প্ৰায়ে আলোচনা বিলো চনা কৰিছিলগৈ। তেওঁ হ'ল অনিৰুদ্ধ দেৱ শৰ্মা (গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ নৃতত্ব বিভাগৰ ডক্টৰ হৰীশ শৰ্মাৰ পিতৃ)। শৰ্মাদেৱ জীৱনটো প্ৰায় শিৱসাগৰতে কটালে, জীৱনৰ শেহৰ কিছু বছৰ মাথোন কামাখ্যা নীলাচলৰ তলৰ ছুৱাৰগঁৱিলাৰ ওচৰত ঘৰ কৰি আছিলহি। তেওঁৰ লগত দেউতাৰ এনে সম্ভাৱসম্প্ৰীতি আছিল যে দেউতাৰ বথা পাছত স্মৰণ কৰি দেউতাৰ কথা "দেৱতা সদৃশ পুৰুষ আছিল" বুলিহে কৈছিল। দেউতাৰ ওপৰ শিক্ষা নহ'ল। কাৰণ সৰুতে পিতৃ বিযোগ হোৱাত ঘৰখনৰ দায়িত্ব ল'ব লগীয়া হ'ল আক দদাইদেউকো পটি-শুনি বাহিৰলৈ ওলাবলৈ দিব লগীয়া হ'ল। কিন্তু কীৰ্তন, দশম আদি ধৰ্মগ্ৰন্থ আক নাম-প্ৰসঙ্গত তেওঁ পাৰঙ্গত আছিল, শিক্ষিত লোকৰ লগত সততে সংশ্ৰৱ ৰাখিছিল আক আমি ল'ৰা তিনিটাই যাতে সজ শিক্ষা পাব পাৰোঁ, তাৰ বাবে ত্যাগৰ যোগেদি নিজকে উছৰ্গা কৰিছিল। নগৰৰ উপকণ্ঠৰ অঞ্চল হ'লেও যি সময়ত কমাৰ ফদীয়া শিক্ষা বিষয়ত অন্ধকাৰ যেন হৈছিল, সেই সময়ত দেউতাৰ আগ্ৰহেই আমাক পোহৰলৈ উলিয়াই লৈ আহিল। এদিন মোৰ বাইদেৱে (ককাইদেউতকৈও বয়সে ডাঙৰ, আইকণ

ৰাইদেউ ) কোৱা কথা ঘনাই মনত পৰে, "ৰোপাই, তইঁতৰ মুখ কেইখন পোহৰ, পাছকালখনকে আন্ধাৰ।" এই পোহৰ আৰু আন্ধাৰৰ ভাবসাম্য ৰখাও কেতিয়াবা কেতিয়াবা আমাৰ কাম হৈছিল।

আজি কমাৰ ফদীয়াই বিদ্যা-শিক্ষাৰ প্ৰসাদ লাভ কৰিছে। অসম মেডিকেল কলেজ, কটন কলেজ, আন চৰকাৰী সাহায্যপ্ৰাপ্ত কলেজৰ শিক্ষক-শিক্ষয়িত্ৰী সেই উৎসৰপৰা ওলাই আহিছে, ওপৰ খাপলৈকে চৰকাৰী বিষয়াও হৈছে। কিন্তু হাইস্কুল এখন অঞ্চলটিত হোৱা নাই, কলেজ দূৰৰ কথা। গ্ৰামীণ বিদ্যুতীকৰণ আঁচনিয়েও এতিয়াও কমাৰ ফদীয়াক ছোৱা নাই। আশা কৰে৷ সেই পাহাৰ ছুলে জ্ঞানৰ পোহৰেও তাত বিস্তৰভাৱে খেলি থাকিব।

পাঠ্যক্ৰম যদি মহাসাগৰ, অসমীয়াৰ পাঠ্যক্ৰম চাহাৰা। কিতাপ-কলি সৰহভাগ ক'তো কেনিও পাবলৈ নাই। এতিয়া অৱস্থা 'আকাশ পাতাল শুদা দেখোঁ। ব'ল খোৱা ব'ল, হেলো হুইচো।' ১৯৪৭ৰ জানুৱাৰীত ইংৰাজীৰ ঠাইত ভাৰতীয় আধুনিক ভাষাৰ (অসমীয়া) পৰীক্ষা দিবলৈ অনুমতিৰ বাবে আবেদন কৰিলো আৰু বিদ্যাৰম্ভ কৰিলো। অতুল বৰুৱাই খবৰ দিলে শিলঙৰে শৈলবালা দাস বোলা এগৰাকী বিশ্ববিদ্যালয়ৰ ছাত্ৰীয়ে অসমীয়াৰ এম্. এ পৰীক্ষা দিবৰ যোগাৰ কৰি আছে, গতিকে তেওঁৰ তাত দুই-এখন পুথি পোৱা যাব পাৰে। বৰুৱাই মোক তেওঁৰ ওচৰলৈ লৈ গ'ল। তেওঁবপৰা কিন্তু কিতাপ পোৱাতকৈ মোৰ মোনাৰপৰাহে দুই-এখন দিব লগীয়া হ'ল। তেওঁৰ তাত পিছে খবিৰুদ্দিন নামে এজন বিশ্ববিদ্যালয়ত অসমীয়া পঢ়া ছাত্ৰবপৰা আনি থোৱা এ. ছি. উলনাৰৰ Introduction to Prakritৰ দ্বিতীয় তাঙৰণটো (এইখন দুৰ্লভ, কাৰণ লাহোৰত ছপোৱা কিতাপৰ সৰহভাগ ভাৰত-বিভাজনত লাহোৰতে থাকি আছিল) পাইছিলো। সেই বছৰত (১৯৪৬) অসমীয়াৰ এম্. এ পৰীক্ষাৰ পৰীক্ষাৰ্থী পৰাগ চলিহাকো মোৰ দুখনমান কিতাপ দি পিছত তেওঁৰপৰা মোৰ কিতাপৰ লগতে তেওঁৰো দুখন কিতাপ পাইছিলো। মোথত তাকৰ হ'লেও লেখত বহুত পাঠ্য পুথি লৈ হুৱা-দুৱা লগা অৱস্থা, সিও এক গৱেষণা নে হেদাণ্ডি মেলা উদণ্ডীয়া গৰু বিচৰাৰ দৰেই লেঠা হৈ উঠিল। সহায়-হাত বিচাৰি বন্ধু আৰু শুভাৰ্থীসকললৈ SOS পঠিয়ালো। বুঢ়া-বুঢ়ীত সিসকলেও নানাভাৱে সঁহাৰি জনালে, এম্. এ পৰীক্ষা দিবলৈ ওলোৱা নাই যেন কিবাটো 'যইত' কৰিবলৈহে দিহা পোহা কৰিছোঁ। কোনোৱে কিঁট এখোলা, কোনোৱা ব্ লকাঠ এচলি আগবঢ়ালে। ভক্তিৰ ফুলা হাবে Indian Historical Quarterlyত ওলোৱা তেওঁৰ Assamese Historical Literature প্ৰবন্ধৰ

offprint এটা পঠিয়ালে কটকীৰ হাতে। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে পঠিয়ালে দুৰ্গাবৰী ৰামায়ণখন। নকুলচন্দ্ৰ ভূঞাদেৱে তেওঁৰ "ব'হাগী"ৰ একপি পঠালে। চাৰিঙীয়া বেণুধৰ শৰ্মাই 'পতিয়া তেজিলে' ঃ,

চাৰিং
২৮।১।৪৭

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পৰহিয়েই পালোঁ। এই কেইদিন শিৱসাগৰত হোৱা সুকুমাৰ কলা প্ৰদৰ্শনীত ব্যস্ত থাকিব লগীয়া হোৱাত, পোৱা-মাত্ৰেই উত্তৰ দিব নোৱাৰিলোঁ।

তুমি খোজা কিতাপ এখনো পঠাব নোৱাৰিলোঁ। মাত্ৰ ঢেকিয়াল ফুকনৰ খনকে ৰেজিষ্টৰী ডাকত পঠালোঁ—পোৱাৰ বাতৰি দিবা। 'আপোনে ছপোন ভৱায়"—এই কথাষাৰ তাহানি পদ্ম বৰুৱাই সদাই কৈছিল, লিখিছিলও। "পুৰণি অসমীয়া সাহিত্য" মোৰ হাতত নায়েই, কিনাই নাই। "সাধুকথাৰ কুকি"ও নাই, পুৰণি জোনাকীবোৰত তাৰ সাধুবোৰ আছে দেখি সুকীয়াকৈ কিতাপখন ৰাখিলোঁ যদিও, কাৰবাক পঢ়িবলৈ দিলোঁ। আপুৰুগীয়া কিতাপ "ৰামনৱমী", "গীতিৰামায়ণ", 'কথাভাগৱত" গুৱাহাটীয়া ভাওজোৰা আপোন মানুহ এজনে নি ঘূৰাই নিদিলে। আগলৈকো কৈছো, তুমি যদি অসমীয়া হৈ জনম ধৰা আৰু তোমাৰ গাত কিতাপ-ৰখা ৰোগ লাগি লয়ছি, তেন্তে কেতিয়াও হেজাৰ আপোন বুলিলেও কিতাপ ধাৰলৈ নিদিবা। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শ এই বিষয়ে লাখটকীয়া। যি হওক, নাই মোমাইতকৈ কণা মোমায়েই ভলপ-অচৰপ—তোমাক সুবিধা দিব বুলি "ঢেকিয়াল ফুকন"খনকে পঠিয়ালোঁ। ফুকনৰ জীৱনীৰ বাহিৰেও, মোৰ নিমিত্তে এইখনৰ মূল্য আছে—

নয়নাভিৰাম আৰু মনোভিৰামে দেউতাকৰ আদেশ অনুসৰি উপহাৰ দিয়া যাবে ।

সিদিনা "আৱাহন"ত তোমাৰ 'চটাই পৰেৱত ' প্ৰবন্ধ পঢ়িলোঁ। গীতবিলাকত থকা বুৰঞ্জীৰ সৌন্দৰ্য্য উলিয়াই দিয়াত তোমাৰ নতুন গৱেষণাৰ ধাৰা ওলাই পৰিছে । সেইবাবে শলাগ লৈছোঁ। অ'ত-ত'ত দুই-এটা খুত অৱশ্যে আছে। মই পোৰা "আৱাহন"ত সেইবোৰ আঁচ দি থৈছোঁ। পাৰিলে যোগ-বিয়োগ দি, তোমাৰ কিতাপ উলিয়ালে, দিব লাগিব ।

তাহানিৰ দৰে আজিকালি সমসাময়িক দেশৰ গতিবিধি সম্পৰ্কে লেখামেলখি কৰিবলৈ মনোমত বন্ধু-বান্ধৱ আৰু নাইকীয়া হ'ল। অকলশৰীয়া হৈনো আৰু কিমান দিন থাকিম ?

অ' এটা কথা কওঁ। পাৰিলে ক'ৰবাত এবাৰ উলুকিয়াবা। ভক্তৰ ভূঞাই লাচিত বৰফুকনৰ জীৱনীত—শেষৰ ছোৱাত—বৰদলৈৰ বংশ লিখি তোমালোকৰ পুষ্পছে বৰিষণ কৰিলে। বুৰঞ্জীলিখক আচল কথাবোৰ আঁতৰি গ'লে, কিবা লাগে দেখোন।

সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জীখনত কালাপাহাৰৰ বিষয়ে লিখা কথাখিনি কিয় বাদ দিলে ?

শিৱসাগৰৰ প্ৰদৰ্শনীখন এইবাৰ সঁচাকৈয়ে চকুত লগাকৈ পতা হৈছিল। বন্ত সজোৱাৰ আটোমটোকাবিতা, মানুহ ওলোৱা-সোমোৱাৰ শৃঙ্খলতা, পৰিপাটিকৈ কৰা হৈছিল। প্ৰত্যেক চাৰুকলা-বিভাগতে একোগৰাকী দীপলিপ্ কনিয়াই ( ললনাই ) চকীয়ালৰ (guard) কাম কৰিছিল।

মৰম ল'বা। চিঠি দিবা। নাপাহৰিবা।

ইতি

তো শ্ৰীবেণু

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বকলা পুথিবোৰলৈও হাঁহুলী লগাই চাইছিলো। ফলত তেজপুৰৰপৰা উষা বেজবৰুৱাই লিখিলে :

তেজপুৰ

প্ৰিয় নেওগ,

আপুনি শিৱসাগৰৰ শ্ৰীযুত দাদালৈ দিয়া ( যে ডাক টিকট সহ ) চিঠিখন এইমাত্ৰ পাইছোঁ।

আপুনি বিচৰা কিতাপকিখনৰ ভিতৰত আটাইখিনি মোৰ হাতত নাই। ৺লক্ষ্মী দদাইদেউৰ কিতাপ দুখন আৰু ড' কাকতিৰ কিতাপখন আছিল, তাকে পঠালোঁ। ৺দদাইদেউৰ কিতাপ আপোনাকহে দিছোঁ। মোৰপৰা নিয়া বুলি নকব, কাৰণ ইয়াৰ গ্ৰাহক বহুত ওলায়। অথচ কিতাপ মোৰ হাতত এটা copyহে আছে। হেৰাই বুলি ভয় লাগে। আপুনি ভালকৈ ৰাখিব, বা মূল্য বুজিব বুলিয়েই দিছোঁ। বাকী মোৰ আটাইবোৰ কিতাপ আছে নে নাই কব নোৱাৰিছোঁ। "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনী"খন থাকিব পায়। বাকী "শ্ৰীবৎস-চিন্তা" আৰু "কথা-ভাগৱত" আছে নে নাই সন্দেহ। মই পুনৰ শ্ৰীযুত দাদালৈ লিখিছোঁ। আছে যদি নিশ্চয় দিব। অসমীয়া textbookৰ সদায় এই বিলৈ। আপোনালোকে এইবোৰত মন নিদিলে উপায় নাই। আশা কৰোঁ অসমত বিশ্ববিদ্যালয় হোৱাৰ লগে লগে এইবোৰ সমস্যাৰ সমাধান হ'ব। text-book বঙালী, ইংৰাজীকে আদি কৰি সকলো পোৱা যায়। কেৱল অসমীয়া কিতাপ কেইখনহে out of print মোৰো সেয়ে হৈছে। অসমীয়া কিতাপ দুখন যোৰহাট, গুৱাহাটী, তেজপুৰ ক'তো বিচাৰি পোৱা নাই। আপোনাৰ হাতত আছেনেকি ? এখন হ'ল সত্যনাথ বৰাৰ 'চিন্তাকলি'

আৰু যতীন দুৱৰাৰ “কথা-কবিতা।” অলপ খবৰ কৰি চাবচোন সেই আজৰি সময়ত।

শ্ৰদ্ধেয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰপৰাও ৯ নবেম্বৰত “শ্ৰীবৎস-চিন্তা”-খনিৰ সৈতে এটুকুৰা কাগজ পালোঁ এই বুলি

প্ৰিয় নেওগ,

তোমাৰ কাৰ্ড এখনি পাই তোমালৈ কিতাপ এখন পঠাবলৈ লিখিছিলোঁ। এতিয়াহে বুজিলোঁ। তেওঁ নপঠালে। —বুঢ়াৰ অপৰাধ সৰ্ব্বতোভাৱে মাৰ্জ্জনীয় নহয় জানো?

তুমি খুজিছা যেতিয়া কিবা মজ ঠাইত লগাবলৈকে খুজিছা নিশ্চয়। বাকচৰ তলীত ক'লাম'লা দুখনি আছিল, তাৰে ভালখনি এইয়া পঠালোঁ। এনেয়ে বজাৰত বিক্ৰি নোহোৱা, তাতে আকৌ ক'লামলা, গতিকে দামৰ কথা নোতোলাটো ভাল। ভালকৈ থৈ দিবা। ক'তো নেপালে বিচাৰিম।

তোমাৰ
শ্ৰীইন্দ্ৰ

যোৰহাটৰ চৰকাৰী কৃষি-পামৰপৰা মই কিতাপ গোটাবলৈ লোৱা মোৰ বন্ধু আৰু ত'ৰ মেনেজাৰ জগৎচন্দ্ৰ বৰপূজাৰিয়ে (পাছত তেওঁ একে কামতে আন্দামান দ্বীপত আছিলগৈ) মোৰ বাবে তেওঁৰ কিতাপ অনুসন্ধানৰ বিফলতাৰ ডায়েৰি পঠিয়াইছিল

Jorhat Govt Farm
15 11'47

মৰমৰ মহেশ্বৰ,

হৰি জোৰ বাপ।

তোমাৰ পোষ্টকাৰ্ডখনৰো উত্তৰ নেপাই ভাবিছ চাগৈ—মই এইখিনি

পায়েই কথাটো পাহৰিলো। তই জহনীত যাবলৈকে—আহি পোৱাৰ পাচদিনাৰে পৰা কিতাপ বিচাৰি হাৱৰাণ। দহু বন কাঢ়ি কৰি তোৰ কিতাপ বিচাৰি যিদৰে হাবাথুৰি খাইছো, মোৰ খীৰতিজনী (ছুটা বাটৰ) হেৰোৱা হলেও ইমানখিনি কৰিলোহেঁতেন নে নাই কব নোৱাৰো যেহেতু ঈশ্বৰ বস্তুৱে তেনে সুবিধা বা অসুবিধা এতিয়ালৈকে দিয়া নাই।

কিতাপকিটা ৰৰচিনাকি দেখি যতে ততে পাম বুলিয়েই আশা কৰি ত্ৰোক কৈছিলো, কিন্তু "দূৰাৎ তু পৰ্ব্বতা ৰম্যাঃ" এখন এখনকৈ পুস্তকাগাৰ কেবাখনো ঘোন্দালিলো—একজন একজনকৈ বুৰিয়ে বুৰিয়ে মানুহক 'কোৱাই' খুৱাই হাত-ভৰিত ধৰিলো, কিন্তু তই এম "এ দিয়াৰ ভয়তেই হৰপায় কিতাপবিলাক বাৰ্মা ৰ' ভেদি অজান্তি মুলুককৈ গ'ল হেন পাওঁ।

*শেষত প্ৰ. তুলসীনাৰায়ণ শৰ্মাক ধৰিলোগৈ, কলে—তয়ো তেখেতক অনুৰোধ কৰিছিলি, পিচে কলেজ লাইব্ৰেৰীৰ কিতাপকিটা প্ৰঃ নবীন গোস্বামীয়ে আগতেই নিলে, তথাপি মানুহ এটা কলেজ খুলিলত পঠাবলৈ কলত পঠালো—যি হল লগত চিঠি ছুখন পটি-লেই বুজিবি। আৰু কেইটামান বৰশি পেলাই থৈছো—টিপিয়াইছে। পাচত জনাম। হেস্ত নেস্ত কিবা এটা লিখিবলৈ বুলি আপা কৰি বৈ থাকোঁতে এনে বেলি, হ'ল। Shillongৰপৰা ৩১ তাং আহি পায়েই শিৱসাগৰৰ প্ৰদৰ্শনীলৈ কিবা পৰীক্ষক হৈ যাব লগা হ'ল—সেইবোৰ বহুত কথা—লিখি মোৰ বহুমূলীয়া সময় নষ্ট নকৰোঁ। লগ পালে সুধিবি, ক'ম।

পাচে 'কুকুৰ কটা'! ফ'ট' তোলাৰ সময়তেই কৈছিলো নহয় ফিল্মটো ভিতৰত লৰ পৰা বিধৰ নাছিল—আগতেই তই নকলি—এইটো তোৰ লাওখোলা হ'ল চাবি আৰু 'S'কো দেখুৱালি। 'S'ৰ খবৰ কি; আত্মপুৰুষৰ কথা কৈছিলিনে নাই? বাকী ফ'টু' ছুখন

'পাহেৰ'ক মোৰ নমস্কাৰ একোটিৰে সৈতে ভেটাই দিবি দেই। আশা কৰো তেখেতসকল ভালে আছে। সেই ৫ নংত থকা তেজপুৰৰ সকলৰ খবৰ কি?

তই নেকান্দিবি। এইবাৰ লগ পালে মই ধুনীয়াকৈ তোৰ ফ'টো এখন তুলি দিম দেই ম-য়-না। অহা 'খিচখিচ্' বিহুতো ভাল কৰক্ এটা দিম দেই।

১৭।১১।৪৭

Wifeক আজি Hospitalলৈ Operationৰ কাৰণে নিয়া কথা—বৰ অশান্তি। গধূলি এটা লাইব্ৰেৰীলৈ এখন কিতাপ পোৱাৰ আশাত গৈছিলো—পিছে নেপালো।

তোৰ

—জগত—

পুঃ পকাযুৰা লাইব্ৰেৰীত "শ্ৰীবৎস চিন্তা" এখন আছে, কিন্তু ২।৩ দিনতকৈ বেচি দিনলৈ issue নকৰে। বোধ কৰো টকা জমা দিলে দিব। যদি লাগে মই যোগাৰ কৰিম—জানিবলৈ দিবি দেই।

—জগত—

জগতৰ এইখন 'ভিতৰপকীয়া' ভাষাৰ চিঠি। 'মহৰ্ষি' কমলাকান্ত ভট্টাচাৰ্যৰ জীয়ৰী বুলি শিলঙতে থকা অধ্যক্ষা উষা ভট্টাচাৰ্যৰ ঘৰতো চুখন পুথি পোৱাৰ আশাত ভুমুকি মাৰিছিলোগৈ। পিছে ইতিমধ্যেই তেওঁ আমাৰ কহিনুৰ 'মহৰ্ষি'ৰ "অষ্টাবক্ৰ-সংহিতা' খন ঘৰৰ মাজ-মজিয়াতে হেৰুৱাই পেলাইছিল। আনৰ পুথিৰ আৰু কা কথা? কিন্তু এই লেখীয়া কেয়োফালৰ নাই-নাইৰ মাজতে সেই দিনত পৰীক্ষা দিব লাগিছিল। আগৰ বছৰত পৰীক্ষা দিয়া পৰাগ মইনাই লেখিলে: "সিদিনা লেখা বামনৰমী, ওভতনি, জীৱন চৰিত ধৰকো নাই। 'সাহিত্যৰ চানেকি'ত জীৱনচৰিতখন পাৰ—

সেয়েই হ'ব। আৰু এটা কথা কিতাপৰ কাৰণে কেনৈ ভাবিছে? মূঠতে আপোনাৰ জিভাৰ আগত থকা সাহিত্যৰ দ'মটো তালকৈ পতিহয়াই থক—মকৰধ্বজ কামতো দিৱই—ভাল M & B tonicও হবগৈ।" কিন্তু দুই-চাৰিপতীয়া মাখোন হ'লেও কিতাপ-বোৰৰ বাকলি-পাতো নেদেখাকৈ পৰীক্ষা দিব পাৰি জানো? মই নিজে লেখা প্ৰবন্ধবোৰত কথাবোৰৰ বহুল একোটা ছবি আছিল, তাকে মোৰ আগৰ পৰীক্ষাৰ্থীসকলে কামত ব্যৱহাৰো কৰিছিল, কিন্তু নাম ধৰি দিয়া কিতাপ কেইখনৰ লগত প্ৰত্যক্ষ পৰিচয়তো লাগে! কিন্তু পোৱা যায় ক'ত!! গুণাভিৰাম বৰুৱাৰ "ৰামনৱমী" খনৰ অসমত বোধ হয় তেতিয়া এটা কপিও নাই। তাক পাওঁ ক'ত?

এনেতে এদিন দূৰৰ গজা ওচৰ পালেহি। গুৱাহাটীত অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱাক গৈ লগ পাম বুলি ভাবি থাকোঁতেই গৈছিল। সেইদিনা ৩০ ছেপ্টেম্বৰ ১৯৪৭। গধূলি শুনিলো যে বৰুৱা খোদ মই থকা আৰ্ল ছেনিটেৰিয়ামত। লৰি গ'লো তেওঁক চাবলৈ। কিন্তু এই কি। ছেনিটেৰিয়ামৰ মুখৰ ঘৰটোত ভোলানাথ বৰুৱাৰ প্ৰকাণ্ড চিত্ৰখনৰ তলত কাঠৰ তক্তাত যে বৰুৱা লাং খাই পৰি আছে। মোক দেখি চিয়ঁৰি চিয়ঁৰি ক'লে, 'চোৱাঁ, চোৱাঁ নেওগ বোপা, এইখন বি বৰুৱাৰ ছবি। প্ৰকাণ্ড frock coat পিন্ধিছে। well trimned beard কিন্তু তেওঁক frock coat পিন্ধিবলৈ, to trim his beard কোনে শিকাইছিল? মই নহয়নে?' মই ক'লো 'হয়, ছাৰ, হয়।' 'বি বৰুৱাক streets and buildings of London চিনাই দিছিল কোনে? মই। এতিয়া সেই বি বৰুৱাৰ ঘৰত মোৰ বাবে জগহ নহী হৈ।' মই ক'লো, ছাৰ, কিয় নহ'ব? কোনে ক'লে নাই বুলি?" 'সৌটো চকিদাৰে কৈছে, আপকে লিয়ে জগহ নহী হৈ!' তেওঁক সেইটো ভুল কৰিছে বুলি কৈ মেনেজাৰ অকণ বৰুৱাক কৈ ঠাই উলিয়াই দিয়া হ'ল।

পিছদিনা পুৱাই ব'লত তেওঁৰ সদানন্দ মূৰ্ত্তি দেখা পালো। কিন্তু মোৰ সবহ কথা নহ'ল। তেওঁ গুৱাহাটীলৈ গ'লগৈ। আৰু সেইদিনা ২৪ নৱেম্বৰত শিলঙলৈ আহিল, ছেলিটেৰিয়ামত নাথাকি পিনেস হোটেলতহে থাকিল। সেইবাৰ আকৌ তেওঁৰ ঘৰ বেজাৰ প্ৰধান মল্লীক দেখা কৰিবলৈ যাওঁতে ব্ৰহ্মদেশৰ কিবা কথাত লাগি মোক Has it not entered your head? বুলি ক'লে। মই নানা প্ৰকাৰ তেওঁক চেঁচনি-বুজনি দিলো। তেওঁ মোৰ কপালৈলৈ বাৰে বাৰে চাই থাকি ক'লে, 'Well, young man, you have got a beautiful gesture, which will work well in the public. বুজিছানে—your gesture—gesture?' পিছদিনাহে "ৰাম নৱমী"ৰ কথা উলিয়ালো। তেওঁ ক'লে, 'মোৰ দেউতাৰ কিতাপবোৰ একেলগে বান্ধি মই থৈছিলো। এজন মানুহে তাৰপৰা ৰামনৱমীখন ফালি লৈ গ'ল। মই তোমাক তেওঁৰ নামটো ক'ব পাৰো। কিন্তু নকওঁ।' কিতাপখনৰ বিষয়-বস্তুৰ আভাস বিচৰাত যে বকৰা ছাহাবে এটা পাঁচ-মিনিটীয়া লেকচাৰ দিলে, সেয়ে মোৰ "ৰামনৱমী" পঢ়াৰ সমান হ'ল। তেওঁ ক'লে, নাটকৰ নায়ক ৰাম সদ্যোবিধৱা নৱমীৰে প্ৰণয় পাশত আবদ্ধ হোৱা বাবে এজন গোসাঁয়ে ৰামৰ গাত চাট' মাৰিছিল আৰু সেইদিনা গোসাঁয়ে সপ্ন দেখিলে এজন চুটি-চাপৰ বামুণে কৈছেহি, মোৰ গাত ইমানবোৰ হুল। তুমিও এছাল নতুন হুল ভৰালা।' এই সপনৰ পুৰুষজন হ'ল ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, যি ৰাসবিহাৰী ঘোষৰ হতুৱাই বিধৱা পুনৰ্বিবাহ আইন কৰাইছিল। গুণাভিৰামে কলিকতাত হোৱা বিধৱা-বিবাহ চাইছিল আৰু তাৰ কথা "অৰুণোদই"ত লিখিছিল।

১৮ অক্টোবৰ তাৰিখে গুৱাহাটীত ন্যাস পৰিষদৰ সভা হওঁতে মই যোৰহাটত কিতাপ-পত্ৰ গোটাই পঢ়িবলৈ যাবলৈ ছুটী বিচাৰিলো; কিন্তু তেতিয়া পৰিষদৰ কাম সামৰিবৰ ওচৰ চাপি অহা বাবে

কোৱা হ'ল যে পৰীক্ষাৰ আগে আগে মাখোন ছুটী লোৱাহে বাঞ্ছনীয় হ'ব। ছুবছৰ আগতে অসমীয়াত এম্‌ এ ডিগ্ৰি লোৱা অধ্যাপক তুলসীনাৰায়ণ শৰ্মাৰ হাতত প্ৰায়খিনি কিতাপ আছিল বুলি গম পাইছিলো। তেওঁলৈ লিখাত তেওঁ পৰামৰ্শ দিলে যে যেহেতু তেওঁৰ কিতাপ-পত্ৰখিনিকে লৈ তেওঁৰ কলেজৰ নবীনচন্দ্ৰ গোস্বামী কলিকতাত পৰীক্ষা দিবলৈ যাব, ময়ো পৰীক্ষাৰ বাক কেইদিনমান আগতে কলিকতালৈ গ'লে সেই আটাইবোৰ চাই-মেলি লোৱাত অকণো অসুবিধা নহ'ব। কলিকতা বিশ্ববিদ্যালয়ৰ হাৰ্ডিঞ্জ হোস্টেলত থকা শিৱসাগৰৰ ছাত্ৰ দুলালচন্দ্ৰ বৰকটকীলৈ লেখাত আৰু টকা পঠিওৱাত মোৰ বাবে তেওঁৰ লগতে পৰীক্ষাৰ কেইদিন থাকিবৰ বাবে ঠাই ঠিক কৰিলে আৰু জনালে নবীন গোস্বামীৰ বাবেও সেইদৰে তেওঁ ঠাইৰ বন্দবস্ত কৰি থৈছে। শেহত্তত ২৬ নবেম্বৰ তাৰিখে ফথৰুদ্দিন ছাহাবৰ ওচৰলৈ গ'লো ২ ডিচেম্বৰত কলিকতালৈ গৈ ১২ তাৰিখৰপৰা পৰীক্ষা দিবলৈ ছুটী বিচাৰি। তেওঁ কলে, 'এতিয়া ট্ৰাস্ট বোৰ্ড wind up কৰিব লাগে, accounts auditorএ চোৱাৰ পিছতহে যাব লাগে।' মই তাৰিখবোৰ লৈ মোৰযে তৎক্ষণাৎ যোৱাৰ কি প্ৰয়োজন আৰু ডিচেম্বৰৰ শেহ সপ্তাহৰ আগতে অডিটৰ কোম্পানিয়েযে মানুহ পঠাব নোৱাৰে বুলি জনাইছে, সেইটো বুজাই ক'লো। কিন্তু তেওঁ প্ৰথমে কোৱা কথাটোতে ধৰি থাকিল। মোৰ মূৰত আকাশী সৰগ যেন ভাগি পৰিল। মই হতাশ হৈ তিনি-চাৰি দিন বহি থাকি ৩০ নৱেম্বৰ দেওবাৰে বৰদলৈ ডাঙৰীয়াক ঘৰতে লগ ধৰিলো আৰু মোৰ দুখৰ কথা ক'লো। তেওঁ টেলিফোনটো তুলি লৈ ফখৰুদ্দিন ছাহাবক সহজভাৱে ক'লে, মই সোনকালে নগ'লে মোৰ পৰীক্ষা দিয়াত অসুবিধা হ'ব, ইফালে অডিটৰো এতিয়া নাহে, গতিকে মোক তেওঁ ৪ ডিচেম্বৰ তাৰিখে যাবলৈ দিছেই। আলি আহমদে তেওঁৰ নেতাৰ কথা বিনা ওজৰে মানি ল'লে। বৰদলৈয়ে মোক

কলিকতালৈ যাবলৈ কৈ আলি আহমদলৈ এটা কোন কবিৰলৈও উপদেশ দিলে। সেইমতে পিছদিনা কোনত সচিবক জনাই তাৰ পিছদিনা কলিকতালৈ যাত্রা কৰিলো। ইতিমধ্যেই হেন্সিটেৰিয়ামত বহি পৰীক্ষাৰ বাবে যথেষ্ট কছৰৎ কৰিছিলো। বিশেষকৈ পালি আৰু প্রাকৃতৰ দৰে নতুন ভাষাৰ নিজেই নিজৰ শিক্ষক—সংস্কৃতৰ সীমিত জ্ঞানৰ ছুৱাবেদি গৈ। কিন্তু সেই পেপাৰতে বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষাৰ (অসমীয়া, বঙলা, ওড়িয়া, মৈথিল, হিন্দী আদি) সকলো পৰীক্ষাৰ্থীৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ ধৰিব পাৰিলো ৮০। বঙলাও নিজে নিজে শিকা, আৰু বঙলাৰ পেপাৰত পালো শতকৰা ৭২ নম্বৰ। পঢ়োঁতে কেতিয়াবা শৈলবালাৰে, কেতিয়াবা উত্তৰ লখীমপুৰৰ বুদ্ধীন্দ্রনাথ বৰুৱাৰে আলোচনা কৰোঁ। কিন্তু চিন্তা লাগি থাকিল একেবাৰেই শ্রীমুখ নেদেখা কিতাপ সেই-খনলৈহে।

# পুনৰেৰ ৰামগিৰিত /ক

১৯৪৭ চনৰ চাৰি ডিচেম্বৰ তাৰিখে পুৱাতে উঠি কলিকতা বুলি গুৱাহাটীৰ বাছ ধৰিবলৈ গ'লো। চেনিটেৰিয়ামৰপৰা ওলাবলৈ নৌ পাওঁতেই হাতৰ এটেচি কেছটোৰ ভিতৰৰ চিয়াঁহীৰ দোৱাতৰপৰা সমস্ত চিয়াঁহী ওলাই পৰি কেছটো, তাত থকা গামোচা আৰু আন কি মই পিন্ধি ওলোৱা চুৰীয়াখনো বগাই পেলালে। তাকে দেখি বিদায় দিবলৈ ওলোৱা সকলো কেইজন বন্ধুৱে ক'লে, "আপোনাৰ আপোনা আপুনি গুড্ লাক হ'ল। পৰীক্ষাত ফাৰ্স্ট ক্লাছ ৰ'বই।" তেনেকৈয়ে এমৈলাম মহীৰ খৰচত যদি ক্লাছটো ৰয় কিনো বেয়া কথা? গুৱাহাটী পাই উজান বজাৰত মাইদেউৰ লগত ভাত এমুঠি খাই অলপ ওলাই গ'লো। দেৱকান্ত বৰুৱাৰ ঘৰত আকৌ কামাখ্যা পৰ্বতৰ হাত চোৱা বামুণ এজনে হাত চাই ক'লে, 'আপোনাৰ ভৱিষ্যৎ দেখিব পৰা শক্তি আছে। কিন্তু আপুনি বয়স তিনি কুৰি বছৰতকৈ সৰহ নাপাব আৰু জলপথে ভ্ৰমণত আপোনাৰ মৃত্যু-ভয় আছে।' কিন্তু গধূলিলৈ মোৰ জলপথেই এধানমান ভ্ৰমণ হ'ল। পাণ্ডুঘাটৰপৰা নাৱে আমিনগাঁৱলৈ পাৰ হৈ সিপাৰত ৰৈ থকা আসাম মেইলৰ ৰেলগাড়ীত উঠিলোগৈ। পাৰ্বতীপুৰেদি পিছদিনা আবেলি ৩ বজাত কলিকতা বিশ্ববিদ্যালয়ৰ বিখ্যাত হাৰ্ডিঞ্জ হোস্টেলত থিত ল'লোগৈ। ১২ ডিচেম্বৰ শুকুৰবাৰৰপৰা এম্. এ পৰীক্ষা আৰম্ভ হ'ল। আমি চাৰিজনে আধুনিক ভাৰতীয় ভাষাৰ (অসমীয়া) পৰীক্ষাত বহিলো—মই, যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক নবীনচন্দ্ৰ গোস্বামী, উত্তৰ লখীমপুৰৰ স্কুলসমূহৰ ডেপুটি ইন্‌স্পেক্টৰ বুদ্ধীন্দ্ৰনাথ বৰুৱা আৰু শিলঙৰ

শৈলবালা দাস। মই ইতিমধ্যে লগ নোপোৱা কিতাপ কেইখনমান গোস্বামীয়ে লৈ আহিছিল। সেই কেইখনৰ লগতো সাক্ষাৎ বা নৱ সাক্ষাৎ হ'ল। ১২ তাৰিখৰপৰা ২০লৈকে দিনে একোখনকৈ পেপাৰ হৈ গ'ল— মাজৰ দেওবাৰটো এৰি। পৰীক্ষা দি ভালেই লাগিল।

পৰীক্ষাৰ শেহদিনা তেতিয়া কলিকতাতে থকা কবি নলিনীবালা দেৱী আইক লগ পালোগৈ। তেওঁ "স্মৃতিতীৰ্থ" নামে পিতৃ কৰ্মবীৰ বৰদলৈৰ জীৱনী এখনি ছপাশালত দিছে। পিতৃদেৱেকে ইংৰাজী ভাঙনি কৰি যোৱা নলিনীবালাৰ কবিতাৰ এটি লক সংগ্ৰহ ছপা হৈ ওলাইছিল, তাৰ কপি এটা কবিয়ে মোক উপহাৰ দিলে। পিছদিনা নৱেন শৰ্মাৰপৰা চিঠি পালো, গুৱাহাটীত বা ঠাৰি কাকতত ওলাইছে ১ জানুৱাৰীৰ পৰা বিশ্ববিদ্যালয় 'চালু' হ'ব। তাৰ পিছদিনা অৰ্থাৎ ২২ তাৰিখে ওল্ড পোস্ট অফিছ ষ্ট্ৰীটস্থ আমাৰ হিচাপ পৰীক্ষক সিংঘী এণ্ড কোম্পানিৰ ৰামচন্দ্ৰ সিংঘীক লগ পালোগৈ। তেওঁ ক'লে, সেইদিনা তেওঁলোকৰ পৰীক্ষক জি সান্যাল অসমৰ দেৰগাঁৱলৈ যাত্ৰা কৰি আহিছে আৰু তাৰপৰা ঘূৰোঁতে শিলঙত সোমাব আৰু আমাৰ হিচাপ চাব। মই ২৩ তাৰিখে কলিকতা এৰি পিছদিনাখনেই শিলং পাই সান্যাললৈ বাট চাই ৰ'লো আৰু নতুন অহা হিচাপ টুকুৰা বোৰ মূল হিচাপৰ লগত থাকি গ'লো। সান্যালে আহি ১৯৪৮ৰ ১ জানুৱাৰীতহে কাম আৰম্ভ কৰিলে। মই পৰিপাটিকৈ হিচাপ দেখুৱালো, কিন্তু এটকীয়াৰেপৰা পঁচিছ হাজাৰলৈকে বিবিধ মূল্যৰ কুপনৰ কাউণ্টাৰফইলত চহী কৰোঁতে তেওঁৰ নিজে পুৰা সাত বজাৰ পৰা নিশা দহ বজালৈকে কাম কৰি কাম শেষ কৰোঁতে দুই দিন লাগিল। ১৭ তাৰিখে মাইকী মেকুৰীয়ে পোৱালি কচিওৱাৰ দৰে পৰিষদৰ অফিছটো টোপোলা কান্ধি লৈ গুৱাহাটীলৈ নামিলো। পুনৰ অধ্যক্ষ হেম বৰুৱাৰ সগত ভাগৰ মোৰ 'ৰামগিৰি'ৰ তক্তাপোচতে ঠাই লৈছোহি। ২৫ জানুৱাৰী তাৰিখে

ন্যাস পৰিষদৰ সদস্য আৰু তৃতীয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ কন্‌ভোকেশ্যন বহিল। কথকজনে ছাত্ৰাবে বিশ্ববিদ্যালয়টি বাহিৰৰ হকা বধা নোহোৱাকৈ পণ্ডিতসকলৰ শাসনত সুঅনুশাসিত হ'ব বুলি আশা প্ৰকাশ কৰিলে। লগে লগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ন্যাস পৰিষদৰ জীৱন-কাল সমাপ্ত হ'ল। লগে লগে মোৰ কাৰ্যকালো। গতিকে 'কৰ্কৰী জল পান', কৰি মই আকাশত ওলমি থাকিলো। অৱশ্যে ৰেজিস্ট্ৰাৰ ফণীধৰ দত্তৰ অফিচলৈ গৈ থাকিলো কোনো পদবী নোহোৱাকৈ। কিন্তু ইতিমধ্যে ন্যাস পৰিষদৰ ৰবদলে, আলি আহমদকে ধৰি কাৰ্যকৰ্তাসকলৰ দায় ধৰি মতমতোৱা দুই কি এক নৱ বিশ্ববিদ্যালয়ৰ কাৰ্যকৰ্তা হ'ল আৰু ন্যাস পৰিষদে সিসকলক থান-মান নিদিয়াৰ বাবে 'পূৰ্ব শত্ৰু মনে জানি' গোৰ্‌ গোৰণিও তুলিলে, সেই সময়তে বিশ্ববিদ্যালয়ৰ নিৰ্মাতা বুলি ৰবদলৈক বিশ্ববিদ্যালয়ৰ কোৰ্টৰ আজীৱন সভ্য কৰা বা তেনে সন্মান দিয়াৰ কথা উঠিছিল, তাকো আওকাণ-আওহেলা কৰিলে। বিশ্ববিদ্যালয় আন্দোলনৰ বেলা তেওঁ-লোকক আদৰ নকৰা বুলি মোৰ ওপৰতো তেনেজনৰ ৰোষে খুৰবুৰণি কাটিছিল। গতিকে মোৰ যৎসামান্য সেৱাৰ বিবেচনাত মোক বিশ্ববিদ্যালয়ত একপমান ভাল ঠাই দিব বুলি ভবাসকলে তাকে নেদেখি দুখ কৰিব লগীয়াহে হ'ল। কথাটো বিশ্ববিদ্যালয়লৈ এৰি নিদি ন্যাস পৰিষদ গুচাই বিশ্ববিদ্যালয়ৰ কাম চুক কৰা সময়তে মোক টিকলতে এৰাইত ৰহওৱা উচিত আছিল বুলি পাছত ৰবদলৈ-দেৱে ভাব প্ৰকাশ কৰিছিল। কিন্তু আন কিছুমান কথাতহে ৰব-দলৈ আদি চৰকাৰ পক্ষৰ স্বপ্নভঙ্গ হোৱা যেন হৈছিল, আৰু সেই বাবে সোনকালেই দ্বিতীয় গুৱাহাটী বিশ্ববিদ্যালয় (সংশোধন) অধি নিয়ম কৰি এখন শক্তিসম্পন্ন গৃহনিৰ্মাণ সমিতি পাতি দি বিশ্ববিদ্যালয়ৰ স্বকীয় বৃহত্তৰখিনি খৰ্ব কৰা হৈছিল। আন কি, বিশ্ববিদ্যালয়ৰ উপাচাৰ্য অথবা তেওঁৰ প্ৰতিনিধিক সেই সমিতিৰ সাধাৰণ সদস্য

মাখোন কৰা হ'ল। বিশ্ববিদ্যালয়ৰ পণ্ডিতসকলৰ কামত চৰকাৰৰ এই প্ৰথম হকা-বধা হ'ল। সি কিমান আৱশ্যকীয় আছিল, সি অৱশ্যে সুকীয়া কথা। গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস পৰিষদৰ কথা যিমান খৰকৈ পাহৰিব পাৰি, সিমানেই যেন মঙ্গল—এনে এটা ভাব বিশ্ববিদ্যালয়ৰ কিছুৰ মনত অন্তত' হৈছিল। ন্যাস পৰিষদে সংগ্ৰহ কৰা ধনৰ ঠিক উদ্দেশ্যত খৰচ নকৰা আৰু প্ৰতিশ্ৰুত দানবোৰ সংগ্ৰহ নকৰাটো এনে মনোবৃত্তিৰপৰা উদ্ভূত আলস্য বুলি আনসকলে ভাবিবৰ কাৰণ বিচাৰি পাইছিল।

প্ৰথমৰভোখৰত মোৰ প্ৰতি দয়া পৰৱশ হ'বলৈ বিশ্ববিদ্যালয়ৰ সুমতি হ'ব বুলি আশাতে বহি থাকিলো। সেই সময়তে কিন্তু সমস্ত ভাৰতকে আন কি বিশ্বকো হঠাতে এক বিষাদৰ ছায়াই আৱৰি ধৰিলে। ৩০ জানুৱাৰীৰ সন্ধিয়া পৰত হেম বৰুৱা আৰু মই মোৰ কথাটো কি হ'ব নহ'ব তাৰে কথা পাতি পাণবজাৰৰ মাজেদি খোজ কাঢ়ি আহি থাকোঁতে হঠাতে এজন ডেকাই ছাই-কেলৰপৰা নামি ফেঁাপাই-জোপাই ক'লে 'ছাৰ, এইমাত্ৰ ৰেডিওত কৈছে, গান্ধীজীক দিল্লীৰ প্ৰাৰ্থনা সভাত কোনোবা এটাই গুলীয়াই হত্যা কৰিলে।' সেই সময়ত মই চুৰট খাইছিলো। নিদাৰুণ বাৰ্ত্তাটো শুনি মুখৰপৰা চেলেউ উফৰি পৰিল। তাৰ আৰু জীৱনত বুটলি লোৱা হোৱা নাই। আমি লৰা-লৰিকৈ ৰেডিও থকা এঘৰৰ কাষ চাপিলো। পণ্ডিত নেহৰুৰ 'বন্তিগছি আজি নুমাই গ'ল' (The light has gone out) আদি চকুলো টুকি টুকি কোৱা কথাবোৰ শুনিলো। সেই দিনবোৰত সকলোৰে মনবোৰত কি উথল-মাথল লগা বিষণ্ণতাৰ ভাবৰ জাউৰি উঠিছিল, তাৰ এজন বন্ধুৰ চিঠিৰেই বৰ্ণাও॰

'এই কেইদিন উত্তৰৰ কাৰণে আশা কৰিও তোমাৰ লেখোন কোনো সঁহাৰি পোৱা নাই। অৱশ্যে আকাশত যি দুৰ্যোগৰ মেঘ,

চাৰিওকালে যি আঁউসীৰ অন্ধকাৰ, তাত আৰু কি চিঠি লিখিবা? ভাবি ভাবি ওৰ নপাবে, কান্দি কান্দি চকুৰ পানীৰ সোঁত বিছিগে, কথা ক'বলৈ মাত বন্ধ হৈ যায়, লিখিবলৈ ল'লে হাতবপৰা কাপ খহি পৰে—মনত ক'ত আৰু শান্তি? যাৰ কথা ভাবিলে বিশ্ব-মানৱতালৈ মনত পৰে, যাৰ আদৰ্শ একোটা ক্ষণিক বিজুলী-প্ৰৱাহতে বহুত ওখ স্তৰলৈ উঠি যোৱা যেন লাগে, যাৰ একোটা বাণীয়ে অন্তৰৰো অন্তৰতম প্ৰদেশ স্পৰ্শ কৰি যায়—সেই মহান পুৰুষৰ মহান আত্মা আজি মুক্ত, নশ্বৰ ক্ষণভঙ্গুৰ পৃথিৱীত তেওঁৰ নশ্বৰ দেহা লীন হৈ গ'ল। যাওক—এই পাপৰ পৃথিৱী, এই অবাস্তৱ ক্ষুদ্ৰ জগত তেওঁৰ পুণ্যাত্মাৰ কাৰণে, তেওঁৰ সুবিশাল চিৰন্তন সত্তাৰ কাৰণে হয়তো অনুপযুক্ত, কিন্তু দুখ লাগে তেওঁ যেন যিদৰে যাব লাগিছিল, সেইদৰে নগ'ল—কিবা যেন আৰু থাকি গ'ল। কেই-বছৰ আগতে ভাৰতৰ কৰি-ঋষি স্বৰ্গগামী হৈছিল—তেতিয়াও পৃথিৱীয়ে কান্দিছিল, কবিৰ হৃদয় সুদা হৈ গৈছিল, আৰ্টিষ্টৰ অনুপ্ৰেৰণাৰ নিজৰা শুকাই গৈছিল, কিন্তু তেতিয়াতো এইদৰে অকালবিধ্বস্ত আশাৰ বেদনাত থাকি থাকি অন্তৰখনে চিঞৰি উঠা নাছিল—উ কি ভীষণ। নিয়তিৰ বিচাৰত প্ৰশ্ন উঠা নাছিল—বিধি, এতিয়াই কিয়? কিন্তু, এই মহাপুৰুষৰ মহাপ্ৰয়াণত অবাধ্য প্ৰশ্নৰ জাউবিয়ে বিশ্ব-নিয়ন্তাৰো যেন মুখ বন্ধ কৰিব খোজে। —সময় যেন পূৰা হোৱা নাই, প্ৰণালী যেন ন্যায়পূৰ্ণ হোৱা নাই । পাশ্চাত্য দেশৰ যুদ্ধৰ তাপ লাগি অহা বিষাক্ত বতাহছাটিক শান্তি প্ৰেম অহিংসাৰ সুগন্ধি বেণুৰে পবিত্ৰ কৰিবলৈ যি বিৰাট চেষ্টা কৰিছিলে মহাপুৰুষে, তাৰ সফলতাৰ আগতেই বাৰু নিষ্ঠুৰ বিধিয়ে কিয় এনে নিদাৰুণ বিধান কৰিলে? মানুহৰ বাৰ বছৰ দেৱতাৰ এবছৰ। সঁচাকৈয়ে আমাৰ নিচিনা অকৰ্মণ্যৰ বাৰ বছৰ নালাগে শ শ বছৰহে মহাপুৰুষৰ কৰ্মময় জীৱনৰ এবছৰৰ সমানেই হ'ব। কৰ্মবহুল উনাশী

যুগৰ জীৱন লাভ কৰিলে আৰু মৃত্যুৰ শিশাবন্ত লাভ কৰিলে মৃত্যুহীন এটি অনন্ত জীৱন। তথাপিও, তথাপিও অবোধ মনে যেন কৈ উঠে—He should have died hereafter

'অবিশ্বাস্য যেন নালাগেনে বাৰু? চিৰজীৱন অহিংসাৰ ব্ৰত লৈ পৃথিৱীৰ অশান্ত, অশিৱ শক্তিৰ বিপক্ষে সংগ্ৰাম কৰি তাৰ ঠাইত শান্তি আৰু প্ৰেমৰ স্থাপনা কৰাটোৱেই যাৰ জীৱনৰ মূল মন্ত্ৰ, সেই মহান পুৰুষেই আৰু' হিংসাৰ কদৰ্য ষড়যন্ত্ৰত প্ৰাণ হেৰুৱাব লগীয়া হ'ল। আনহাতে, এইটোনো কোনকৈ বিশ্বাস কৰিবা, যিজনৰ জীৱনৰ প্ৰতি মুহূৰ্ত্তই ভগৱানৰ দ্বাৰা চালিত, তেওঁৰ মৃত্যুতয়ে ভগ-ৱানৰ হাত নাই? আৰৌ, ভাবি চোৱাচোন বৈষম্যৰ কেনে সমাৱেশ—একজনে তেওঁৰ উচ্চ আদৰ্শৰ পোহৰেৰে জগতক পোহৰাই জগতৰ শিৰৰ মুকুট হৈ গ'ল, আৰু আনজনে হীনতাৰ চৰম সীমালৈ গৈ, মহাপুৰুষৰ বধৰ কাৰণ হৈ সাৰ্বজনীন তিৰস্কাৰৰ পাত্ৰ হ'ল। চৰমবোৰ লগ লাগি যায়। বোধ কৰোঁ গণিতেও কয় সৰল ৰেখা দুয়ো মূৰে বঢ়াই নি থাকিলে শেহত গৈ অসীমত দুয়ো মূৰ লগ লাগে। হয়তো আততায়ীৰ অবৰ্ণনীয় পাপৰ কালিমাৰ আগত মহাত্মাৰ নিষ্কলুষ জীৱন আৰু উজ্জ্বল কৰি তোলাই আনন্দময়ৰ ইচ্ছা। সঁচাকৈয়ে—his death has been as incredible as the man he was'

বিশ্বৰ শ্ৰেষ্ঠতি হৰণ কৰা এই ঘটনাৰ এমাহ-ডেৰমাহমান পাছত এদিন সন্ধিয়া এয়াৰ মেইলত পঠিওৱা ন্যাস পৰিষদৰ হিচাপ-পৰীক্ষক কোম্পানীৰ জি সান্যালৰ এটা পোষ্টকাৰ্ডে ক'লেহি (কাৰ্ডটোত সান্যালে তাৰিখ দিয়া নাছিল, আৰু তাত লগোৱা ওপৰৰ টিকটে লৈতে ডাকঘৰৰ তাৰিখৰ চাৰ বহা অংশ কোনোবা নিগনিয়ে আন সাঁচি ৰখা বহুতবোৰ চিঠিৰ সেই অংশৰ লগতে একেলাই লৈ গ'ল বাবে চিঠিৰ তাৰিখ সঠিক ক'ব নোৱাৰিলো) যে মই প্ৰথম শ্ৰেণী পাই এম্.এ পৰীক্ষাত উঠিছো।

সেইবাৰৰ আমি চাৰিজন পৰীক্ষাৰ্থীৰ এজন (নবীনচন্দ্ৰ গোস্বামী) দ্বিতীয় শ্ৰেণীত, এজন তৃতীয় শ্ৰেণীত উত্তীৰ্ণ হ'ল, আৰু এজন হ'ল অনুত্তীৰ্ণ। পৰীক্ষাৰ এই খবৰৰপৰাও কিন্তু বিশ্ববিদ্যালয়ৰ নিয়োগৰ ক্ষেত্ৰত মোৰ দৰ নাবাঢ়িল, একো লাভ নহ'ল। নহ'ল কিন্তু ভালেই হ'ল। 'বঞ্চিত করে বাঁচালে মোরে।' কাৰণ, সেতিয়া লাভ হোৱা হ'লে মোৰ বোধ হয় আজি অন্য পৰিচয়হে হ'লহেঁতেন। তিনিটো পোৱাত শুভাৰ্থী আৰু বন্ধুসকলৰ 'অন্তৰে হৰিষ' হ'ল। বেণুধৰ শৰ্মাই (৭ ব'হাগ ৮৭০) মুমলীয়া জীয়েকৰ বিয়ালৈ মতাৰ ছলতে জনালে 'অ', আশাৰ অনুৰূপে কৃতিত্ব লাভ কৰাত শলাগক শৰাই।' যতীন্দ্ৰনাথ দুৱৰাই ইতিমধ্যেই কলিকতাৰ ভয় লগা পৰিস্থিতিৰ বাবে সেই ঠাই এৰিছিল শিৱসাগৰৰ ঘৰ বুলি। কিন্তু তাত তেওঁক অসুখে পোৱাত ডিব্ৰুগড়লৈ যাব লগীয়া হ'ল চিকিৎসাৰ বাবে। মোৰ পৰীক্ষাৰ খবৰটোৰে মই তালৈকে এখন চিঠি দিলো। উত্তৰত তেওঁ লিখিলে

P O Sıbsagar<br>(Assam)<br>Dated, 6 5 1948

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন মই ইয়াতহে পালোঁহি। ডিব্ৰুগড়লৈ যোৱাৰ কাৰণ হয়তো তুমি জানিবই পাৰিছা। আৰো সাতদিনমানৰ মূৰতে এবাৰ দেখুৱাবগৈ লাগিব। বৰ্তমানে 85% মান ভাল পাইছোঁ। আশা কৰোঁ বাকীও লাহে লাহে ভাল হৈ আহিব। তাৰ পাছত মোৰ মৰম আৰু আশীৰ্ব্বাদ লবা আৰু সঁচাকৈয়ে ভাল পাইছো তুমি প্ৰথম বিভাগত কৃতকাৰ্য্য হোৱা দেখি। মোৰ শেহলৈকে ধাৰণা আছিল যে তুমি ইংৰাজীতহে M A দিছা বুলি।

পিছত বেভিয়া এখন কাগজ বৰ প্ৰশংসা কৰা দেখি থিৰিইঁতে চাব খোজাত দেখুৱালত ক'লে যে 'ছাবৰ কাগজ', তাতো বিশ্বাস কৰা নাছিলো—তাৰ পাছত ছুলালক ছুটামান প্ৰশ্নৰ উত্তৰ পঢ়াই শুনোৱাত আৰু মোৰ বৰ ভাল লাগিছে বুলি কোৱাত তেতিয়াহে তোমাৰ কথা কৈছে। অৱশ্যে নম্বৰ আগতে পঠোৱা হ'ল। আকৌ কওঁ যে ঈশ্বৰে তোমাক ভালে কুশলে ৰাখক আৰু অসমীয়া ভাষাৰ হকে কাম-কাজ কৰিবলৈ সামৰ্থ্য দিয়ক এয়ে প্ৰাৰ্থনা।

মই তোমাক ডিব্ৰুগড়লৈ মাতিছিলো মোৰ নিজৰ সম্বন্ধে ছুটা-মান কথা সুধিবলৈ। [এইখিনিৰপৰা কথাখিনি Strictly Con fidential বুলি জনোৱাত ইয়াত বাদ দিলো।]

কি কৰিলো কি নকৰিলোঁ। ভাবিবৰ মন নাই। সপোনত হেৰুৱা পোৱা ধন দিঠকত কোনে ক'ত পালে,/কল্পনাৰ মায়াকাননত কিনো বীণ কোনেনো বজালে,/জীৱনৰ বিয়লি বেলিকা আজি তাৰ নকৰোঁ বিচাৰ,/মাৰ যক অন্তৰতে যত সুখ-দুখ আশা-নিৰাশাৰ। এতিয়া মোৰ Wordsworthৰ line কেইটা ৰৰকৈ মনত পৰিছে To be a prodigal's favourite then worse truth,/A miser's pensioner—behold our lot !/O Man, that from thy fair shining youth/Age might but take the things youth needed not" নহয় জানো ?

চিঠিখন বোধ হয় বলিয়ালিৰ দৰে হল—দায়-দোষ নধৰিবা। ইয়াৰপৰাই বুজিছা মনৰ অৱস্থা কেনে। আশা কৰোঁ ভালে আছা।

ইতি
তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

মোৰ আন এখন চিঠিৰ উত্তৰত তুৰবাই লিখিলে

P O Sibsagar
(Assam)
Dated, 21 5 1948

মৰমৰ মহেশ্বৰ,

মই মাজতে চিকিৎসাৰ কাৰণে আকৌ এবাৰ Dibrugarhলৈ যাব লগীয়া হৈছিল। তাৰপৰা আহিয়েই তোমাৰ চিঠিখন পালোঁ আৰু পাই বৰ ৰং পালোঁ। তোমাক অতিকে আপোন বুলি ভবাৰ কাৰণে মনৰ কথা সকলো মুকলি কৰি লেখিছিলোঁ। মনৰ অৱস্থা সিমান ভাল নথকাৰ কাৰণে কিবাবোৰ লেখিছিলোঁ হ'ব পায়। যাওক বাৰু সেইবোৰ কথা।

[এই চিঠিতো Confidential বাবে কিছু কথা বাদ দিওঁ ছপাত।]

মই তোমাক অসমীয়াত M A দিবলৈ মানা কৰাৰ কাৰণ হৈছে যে আমাৰ তাৰ মানুহসকলে অসমীয়াত M A দিয়াটো ভাত খোৱাৰ পাছত তামোলৰ মুহদি বুলি ভাবি বিহকে পাই তাকে লেখে। সিবাৰ এজনে Matric বা I A ল'বাই অসমীয়া লেখাৰ দৰে লেখিছিল সকলোৰে হাতত fail হ'ল। তাৰ উপৰি তুমি অসমীয়াত Second Class পোৱাহেঁতেন মই অতিকে বেজাৰ পালোঁহেঁতেন —হয়তো কলেৰে আকৌ এবাৰ Englishত দিয়ালোঁহেঁতেন। তোমাৰ mysticism আৰু Boswellৰ

Johnsonৰ Life সম্বন্ধে লেখা প্ৰশ্নকেইটা মোৰ বৰ ভাল লাগিলে। তুমি মাথোন Boswellৰ Lifeৰপৰা দুই চাৰিটা quotation দি তোমাৰ কথাবিলাক বুজাব লাগিছিল—অকণমান আভাস দি যোৱাহেঁতেন বোধ হয় অতি সুন্দৰ হ'লহেঁতেন। Mysticism লেখোঁতে ৰবদলৈৰ অকল 'বহুদৈ লিগিৰী'ত সমাপ্ত নকৰি আন-বিলাকৰ সম্বন্ধে দুই-চাৰি আষাৰমান (যদিও সামান্য) কোৱাহেঁতেন বোধ হয় আৰু ভাল হ'লহেঁতেন।— যাওক ঈশ্বৰে তোমাক 1st Class দিয়ালে তাৰ কাৰণে তোমাৰ ইংৰাজী সাহিত্যত যথেষ্ট জ্ঞান থকা। তোমাৰ 'অতীন্দ্ৰিয়বাদ'টো মোক আকৌ লিখি দিব লাগিব। মৰম লবা। দিগ দিয়াৰ কাৰণে বেয়া নেপাবা। ঈশ্বৰে মঙ্গল কৰক।

ইতি
তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

আন এজন পৰীক্ষক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱেও আকৌ সমালোচক ডক্টৰ কাকতিৰ বিষয়ে প্ৰশ্নৰ উত্তৰত লেখা মোৰ কথাখিনি নকলকৈ ৰাখিবলৈ খুজিছিল। সি যি হওক, ফাৰ্স্ট ক্লাছ হ'লো, নহ'লো, 'ৰামগিৰি'ৰ তক্তাপোচতে দিনবোৰ আগ বাঢ়ি গৈ থাকে বৰ লাহে লাহে। আগৰ কেয়োজনেই তাৰ বাসিন্দা। তাতে বহি বহি কেতিয়াবা কিবা লিখোঁ, কেতিয়াবা বং আৰু লেখনী লৈ কিবা-কিবি ছবি আকোঁ— 'প্ৰকৃতি-পুৰুষ'খন ল'ৰাকালীয়া বন্ধু সুন্দৰমোহন বৰদলৈয়ে লৈ গৈ ভাৰত নাট্য মন্দিৰৰ তেওঁৰ সঙ্গীত বিদ্যালয়ৰ বেৰত আঁৰি থৈছিলগৈ, তাৰ পাছত সি কেনিবা নিৰুদ্দেশ হ'ল, 'বাপু আৰু'খন 'আনন্দাত সৰা' কিন্তু 'জেউতি চৰা' মহাত্মাজীৰ সস্মিত বদন, তাকো মই ৰাখিব নোৱাৰিলো, কোনে

দিছুল ভালো। মজাপ্ৰসাদ বৰুৱাই মোৰ "ভাৰতৰ সিপাৰে ধুনীয়া দেশ" ছপাই উলিয়াবলৈ লোৱাত তাৰ বাকলি-পাতৰ ছবিখন আঁকিলো; সেইখনৰ বাবেই Statesman Pressঅৰপৰা ব্লক কৰাই আনিছিল। তদুপৰি বেণুধৰ শৰ্মাৰ "সাতাম্ন হাল"ৰ তেওঁৰ প্ৰথম তাঙৰণৰ বাকলি-পাতৰ বাবেও এটা স্কেচ্ কৰি দিছিলো। এই-বোৰ স্কেচৰ বাবে বাৰুই উপহাৰ দিছিল দুখন পুথি with love & hatred বুলি লিখি। মোৰ উদগনিত তৰুণ শিল্পী শশ বায় বৰুৱায়ো দুখনিমান চিত্ৰ কৰিছিল। এনি-তেনি কাম-কাজৰ খবৰ কৰিছিলো। শিলঙৰ অধ্যাপক কেশৱনাৰায়ণ দত্তৰ যত্নত St Anthony's Collegeৰ অধ্যক্ষই জুলাইৰ পৰা কাম দিব পাৰোঁ বুলি এখন চিঠি দিছিল, কিন্তু তালৈ যাব নোৱাৰোঁ বুলিহে জনাব লগীয়া হ'ল। গতিকে সেই সময়ত বিনা পইছায় 'সাহিত্য কৰা'ই মোৰ 'পেছা' হৈছিল— হেম বৰুৱাৰ "পছোৱা"ত আৰু অ'ত ত'ত। আমাৰ সাহিত্যিকসকলৰ লগতো আদান-প্ৰদান কৰিছিলো আৰু সিসকলৰ প্ৰবন্ধ পাতিৰ আগ গুৰি ধৰিছিলো তাৰ মাজতে। Shrijut Maheswar Neog M A / Hilpakhuri Uzanbazar/ Gauhati ঠিকনাত বেণুধৰ শৰ্মাৰপৰা এটা লেখাই নৈতে পোৱা এখন চিঠি •

চাবিং
১৮।১০।৪৮

মহেশ্বৰ নেওগ,

এইখন পঠালোঁ—নবাব্দৰিকৈ লেখি। খণ্ডৰ অমকত দিহুকে জাহিল, তাকে লেখিলোঁ। তুমি চাই-চিতি সদ্ব্যৱহাৰ কৰিবা। "জোনাকী"লৈ পঠিয়াব পাৰিলে ভাল। মোৰ লগত "অসমীয়া"ৰ কাকবাৰ নাই।

তুমি বোলে পিয়লি, মণিৰাম (নাটক) আৰু ৫৭ চালৰ এটা সমালোচনা লিখিছা। ভাল পাইছো শুনি।

পিয়লিৰ ফাঁচী হৈছিল ১৮৩০ চনত। শ্ৰীযুত ৰুকণাকান্ত দত্তই (প্ৰফেচৰ) Journal of the Kamrup Anusandhan Samitiৰ যোৱা সংখ্যাত এটা প্ৰবন্ধ লিখিছিল। তেতিয়া Cooper চাহাব Judicial কমিচনাৰ আছিল। পঞ্চায়তত বিচাৰ হৈছিল দেশদ্ৰোহীক ফাঁচী হ'ব লাগে বুলি। কিন্তু David Scottৰ approval নোহোৱাকৈ ফাঁচী দিব নোৱাৰি। ইতিমধ্যে Neufville মৰি থাকিল। মণিৰাম দেৱান তেতিয়া বৰপঞ্চায়ত-সৰুপঞ্চায়তৰ চিৰস্তাদাৰ (interpreter) আছিল। কিতাপখন proscribe কৰাব লাগে। "মণিৰাম দেৱান" নাটখন proscribe কৰিবলৈ যোৰহাটৰ-পৰা representation গৈছে। মৰম লবা।

ইতি
তো
শ্ৰীবেণু

"মণিৰাম দেৱান" নাটকখন পঢ়িবলৈ পোৱাই নাই। ইন্দীবৰ চিৰস্তাদাৰৰ 'জীৱনাদৰ্শ'খনত ভালেমান অমূলক আৰু কল্পিত কথা থকা বাবে সেই সময়ত Text-book Committeeএ কিতাপখন নামঞ্জুৰ কৰিছিল।

'ফাঁচীৰ আগ দিনা মণিৰামে দিয়া চিঠিখনো মিছা বুলিয়ে প্ৰমাণ হৈছে। ১৮২৫ৰপৰা ১৮৩০লৈকে জয়সাগৰ পুখুৰীপাৰতহে কাছাৰী বহিছিল। হৰনাথ ডাবোগা আছিল ১৮৫৭ চালত, ১৮৩০ চনত নহয়।'

২৪ অক্টোবৰ তাৰিখে এটা কাৰ্ডত মণিৰাম-পিয়লীৰ বিতৰ্কৰ বিষয়ে "সমালোচনা এটা 'অসমীয়া'ত দিবই লাগে। নহ'লে পিছ-

সাগৰ-যোৰহাটত ৰৰ বদনাম হৈছে” বুলি লিখি শৰ্মাই সকীয়াই দিছিল।

কটন কলেজত উদ্ভিদবিদ্যাৰ এম্‌.এছ্‌. ছি খোলাৰ সিদ্ধান্ত কৰি প্ৰফেছৰৰ নিয়োগ দিছিল চৰকাৰে। অসমীয়া আৰু অৰ্থ-নীতিৰো সেই কলেজতে শিক্ষক নিয়োগৰ বাবে আয়োজন চলিল। আনসকলৰ লগতে ময়ো লেকচাৰৰ পদৰ বাবে দৰ্খাস্ত কৰিলো। কিন্তু মূৰকত চৰকাৰে এই তিনিওটা বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী গুৱাহাটী বিশ্ববিদ্যালয়লৈ এৰি দিবলৈ স্থিৰ কৰিলে। বিশ্ববিদ্যালয়ৰপৰা আন বিষয়ৰ লগতে অসমীয়াৰ প্ৰফেছৰ, ৰিডাৰ আৰু লেকচাৰাৰ একোজনকৈ বিচাৰি জাননী দিলে। ডক্টৰ কাকতি ছাৰে সহায় কৰি লিখোৱা নিয়োগৰ বাবে মোৰ আবেদন দাখিল কৰিলো। হ’ৰ লগা লেকচাৰাৰ সম্পৰ্কে পোনতে অলপ খেলি-মেলিৰ খবৰ শুনা গৈছিল। কিন্তু ৮ নৱেম্বৰ ১৯৪৮ তাৰিখে উপাচাৰ্য সন্দিকৈ ডাঙৰীয়া, ডক্টৰ সূৰ্যকুমাৰ ভূঞা আৰু কালিৰাম মেধিৰে গঠিত প্ৰাৰ্থী বাছনি সভাই প্ৰফেছৰ-ৰূপে ডক্টৰ বাণীকান্ত কাকতিৰ, ৰিডাৰ ৰূপে ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ আৰু লেক্‌চাৰাৰ-ৰূপে মোৰ নাম ওপৰত দি কাৰ্য পৰিষদলৈ নিয়োগৰ পৰামৰ্শ দিলে—ৰিডাৰ আৰু লেকচাৰাৰ পদৰ বাবে দ্বিতীয় একোটি নামো ৰাখি। সন্দিকৈদেৱে কাৰ্য পৰিষদত (Executive Council) পৰামৰ্শাৱলী উত্থাপন নকৰাকৈয়ে আমাক ১ ডিচেম্বৰ ১৯৪৮ তাৰিখে কামত যোগ দিবলৈ নিয়োগ পত্ৰ দিয়ালে।

ইতিমধ্যে ১৩ নৱেম্বৰৰ দিনা উত্তৰ কামৰূপৰ জালাহত হোৱা কামৰূপ ট্ৰাইবেল ষ্টুডেণ্ট্‌ছ কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশনৰ সাংস্কৃতিক বিভাগৰ সভাপতি-ৰূপে নিমন্ত্ৰণ পাই যাব লগীয়া হৈছিল। মূল সভাখনৰ সভাপতি ডা ভুৱনেশ্বৰ বৰুৱা ডাঙৰীয়া। মই তেওঁৰ লগতে এখন জিপ গাড়ীত উঠি জালাহত সভা কৰিবলৈ যাবলৈ,

ঠিক কৰিলো।৮ আগদিনা তেওঁ ক'লে যে পুৱা ঠিক পাঁচ বজাত মই তেওঁৰ ঘৰ (তেতিয়া তেওঁ উজান বজাৰত জজ যোগেন্দ্ৰনাথ বৰুৱাৰ ঘৰৰ সমুখত এটা ভাৰা-ঘৰত আছিল) পাবগৈ লাগিব, তাৰ পাছত ঠিক ছাৰে পাঁচ বজাত 'কনকনে ঠাণ্ডায় আমাদেৰ যাত্ৰা হবে শুৰু।' বৰুৱাদেৱে ডেকাইতক সদায় সোৰোপা, অকামিলা বুলি গালি পাৰি থাকে। মই কিন্তু তেওঁৰ ঘৰৰ বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে ভিতৰত পুৱাৰ ঘড়ীয়ে টং টংকৈ পাঁচটা কোব মাৰিলে আৰু মই দুৱাৰত পাঁচটা ঠোকৰ মাৰিলো মৃদুকৈ। লগে লগে ডা° বৰুৱা উঠি আহিল "ঠিক আছা ডেকা" বুলি। তেওঁৰ লগতে নিশাটোৰ লঘোনটো চাহ-জলপানেৰে ভাঙি ছাৰে পাঁচ বজাত জালাহ যাত্ৰা আৰম্ভ কৰিলো। যেতিয়া জালাহ পালোগৈ, আমাৰ দুইৰে চুলিত বাটৰ ধূলিৰ কৃপাত যেন থিয়েটাৰ ভাওনাৰ ভীষ্ম-দ্ৰোণৰ পলিত কেশৰহে সজ্জা। বাটত যাওঁতে ডাক্তৰ ডাক্তৰীয়াই হাঁহি-মাতি দুই এটা নিজৰ-পৰৰ কাহিনীও শুনালে। মাজতে ক'লে, 'তুমি মোৰ লগত আহিছা, বৰ ভালেই হৈছে। মোৰ আকৌ সভাত দীঘলীয়া বক্তৃতা নোজায়েই। জলপমান ক'লেই বক্তব্যৰ ওৰ পৰে। সভাখন চমুতে সামৰণি পৰে।' সেইদিনা পিছে মোৰ কথা কোৱাটো তেওঁৰ সভাখনৰ শেষতহে হ'ব লগীয়া। তেওঁ কৈ গ'ল, 'এবাৰ কিন্তু মোৰ লগত এজন বক্তাক লৈ গৈছিলো। তেওঁক নি যি বিপদতহে পৰি ছিলো।' নিজৰ কথা সোনকালে চোঁচ পৰাৰ ভয়ত বৰুৱাদেৱে খোলে সেইবাৰ এজন দেশকৰ্মীক লগতে লৈ গৈছিল যাতে সভাখন ভুটাভাম কথাৰে কিছু পৰ জমাই' ৰাখিব পাৰে। সভাস্থলত দেশ-কৰ্মীজনক দুআবাৰ ক'বলৈ উঠিবলৈ কৈয়ে মনত এটা ভাব খেলো-ৱাত বৰুৱাই সুধিলে, 'তুমি কিহৰ বিষয়ে ক'বা, জানাতো?' 'অ, মই একতাৰ বিষয়ে ক'ম।' 'এঃ, সেইটো সভাৰ বিষয় নহয়হে।

ইয়াত গৰুৰ বেমাৰ হৈছে, সেই বিষয়েহে উপায় চিন্তা কৰিবলৈ আমি আহিছো।' 'অ, সেই বিষয়েও মই ক'ম।' তাৰ পাছত একে লেহেকীয়া সুৰত বক্তৃতা জুৰিলে, 'মই হিন্দু মহাসভালৈ গ'লো, তাত হিন্দুবিলাকৰহে ঠাই, তাত মুছলমানৰ ঠাই নাই, শিখৰ ঠাই নাই, খ্ৰীস্টিয়ানৰ ঠাই নাই ।' আকৌ 'মই মুছলিম লিগলৈ গ'লো ।' বক্তাই বক্তৃতাত ভু-ভাৰতৰ সকলো ৰাজনৈতিক দল চ'লাথ কৰিলে। সভাপতি বৰুৱা আতংকিত হ'ল। "হেৰা, 'তুমি বহুত ঘূৰিলাহে, এতিয়া বিষয়'টালৈ আহাঁ।' 'হয়, মই আহিম। মই তুৰ্কীস্থানলৈ গ'লো ।' 'এঃ, তুমি বহুত আঁতৰলৈ গ'লাচোন?' 'মই সোনকালেই ঘূৰি আহিম, ডাক্তৰ ডাঙৰীয়া। মই কহিমালৈ গ'লো ।' "এইবাৰ তুমি আৰু ঘূৰি নাহিবা যেনেহে পাইছো।' কিন্তু বক্তাজন সাউৎ কৰে উবা মাৰি ঘূৰি দেশ পালেহি। 'মই কংগ্ৰেছ মহাসভালৈ গ'লো, তাত হিন্দুৰ ঠাই আছে, মুছলমানৰ ঠাই আছে, শিখৰ ঠাই আছে, খ্ৰীস্টিয়ানৰ ঠাই আছে ।' এই একতাৰ ঠাইডোখৰ পাই বক্তাই সভাৰ বিষয়টোত প্ৰৱেশ কৰিয়ে একেটা বাক্যতে তাৰ সামৰণিও মাৰিলে, 'এইবিলাক ডাঙৰ ডাঙৰ মানুহৰ ডাঙৰ ডাঙৰ কথা, আমাৰ গৰুবোৰ চৰকাত পৰিছে, তাৰ কিবা এটা উপায় কৰিব লাগে।' তাৰ পাছত তেওঁ টপ কৰে বহি থাকিল।

ডা বৰুৱা যেনিয়ে যাওক, ত'তে এটি father figureৰ দৰে সকলোৰে প্ৰতি পিতৃতুল্য স্নেহেৰে আচৰণ কৰে, কিন্তু সেই আচৰণ শিশু-তুল্যও। বেয়া বা অন্যায় দেখিলে তেওঁ ফুপাই-পাই উঠে আৰু ভাল কাম দেখিলে তেওঁ প্ৰশংসাত মুখৰ নহ'লেও তেওঁৰ শোভন মুখমণ্ডলত স্মিত প্ৰকাশ পাই উঠে। তেওঁৰ লগত যাওঁতে দেখিলো, সভাৰ কামতকৈ (সভাতভো তেওঁ দীঘলীয়া বক্তৃতা নকৰেই) গোট খোৱা মানুহৰ সুখ-দুখৰ কথাতেই ব্যস্ত হ'ল। গধূলি মোৰ ৰাজাত ঘড়োলকলে অপূৰ্ব নৃত্য-গীত দেখুৱালে—সেই হাওফাওৰ

সকলো ৰতাহ ঢালি বজোৱা চিকু, বাঁহী, মধুৰ চেৰজা, সেই এহাত জোৰা আঁচুৰে ফুলাম গামোচা, দখনা—মিযুং আদিৰে সুশোভিত সেই খেৰাই পূজাৰ প্ৰসংগৰ গম্ভীৰ লয়লাস নৃত্য। মই ইতিমধ্যে বিষ্ণুপ্ৰসাদ ৰাভা আদিৰ সঙ্গত আহৰণ কৰা বড়ো সংস্কৃতিৰ কথাৰে লিখিত অভিভাষণ পঢ়িলো। অভিভাষণখন পিছে ছাত্ৰনেতা বীৰেন দাসক দিয়াৰ পাছত তাক নোপোৱাত মোৰ ডাঙৰ সম্পত্তি এটা হেৰোৱা যেন লাগি আছে সদায়। সভাখন শেষ হ'লত ডাক্তৰক ৰোগ দেখুৱাবলৈ অহা নানাজন লোকে মোৰ পুৰণি সহপাঠী এজনৰ ঘৰৰ চোতালেৰে এচোতাল হ'ল। ডাক্তৰ ৰৰুৱাই তেওঁৰ স্বাভাৱিক ক্ষিপ্ৰতাৰে ৰোগী চাই চাই ৰোগ নিৰ্ণয় কৰি গ'ল, ঔষধৰ বিধান দিলে। অৱশ্যে বহুতক মাথোন সান্দহ, ভীমকল আদি অসমীয়া খাদ্যবোৰ দবনি পিটি খাবৰ উপদেশ মাত্ৰ দিলে। ফিজ বা দক্ষিণা বুলি তেওঁক কোনোবাই দিলেও দিলে নিদিলেও নাই দুই-একক আকৌ 'দৰব কিনিবলৈ লাগিব তোমাকে' বুলি দিয়া টকাকেইটাও তেওঁ ঘূৰাইহে দিলে। গুৱাহাটীতো এই বমভোলা ৰূপটোকে সদায় দেখি আহিছো। মানৱীয়তা আছিল তেওঁৰ প্ৰধান চৰিত্ৰ। সেইহে তেওঁক যি জানিছিল, শ্ৰেষ্ঠ ধন্বন্তৰি বুলি জ্ঞান কৰিছিল। সৌধনিৰ্মাণৰ স্বপ্নত বিভোৰ আজিৰ চিকিৎসক বহুতৰে (সকলোৰে নহয়, কাৰণ ময়ো সদায় আগ শাৰীৰ ডাক্তৰসকলৰ মৰম সদায় পাই আহিছো আৰু মাথোন সিদিনা একে একে দুজন ডাক্তৰে মোৰ শৰীৰ পৰীক্ষা কৰিলত মই ফি আগ বঢ়োৱাতো নল'লে।) চকু হেনো মাথোন পূৰা-পূৰি দক্ষিণাফেৰাত। তেওঁলোক গৈ পোৱাৰ আগতে ৰোগী মৰিলেও দক্ষিণা তেওঁলোকৰ প্ৰাপ্য আৰু ফি নিদিলে ৰোলে ঘৰৰ বেমাৰী ঘৈণীৰ গাতো হাত লগোৱা অবিধি! গভীৰ মানৱতা-বোধৰ বাবে সকলো ৰোগীৰে গভীৰ বিশ্বাস, ৰৰুৱা ডাক্তৰে হাত দিলে ৰোগী মৰাৰপৰাও জী উঠিব। ভক্তৰ বাণীকান্ত কাকতিয়ে

ডাক্তৰ বৰুৱাৰ মুখৰপৰা শুনা এটা কথা এবাৰ বোলে কোনোবা খেচ গাঁৱৰপৰা এজন বুঢ়া আহিছিল ডা' বৰুৱাক ৰোগ দেখুৱাবলৈ। গাড়ীপৰা নামি বৰুৱা নিজৰ ক্লিনিকলৈ উঠি যাওঁতে বুঢ়াই ক্ষুধার্ত্ত দৃষ্টিৰে তেওঁলৈ চাই থকা দেখি ডাক্তৰে সুধিলে, 'কি চাইছাহে ইমানকৈ? বুঢ়াই হোজাভাৱে ক'লে, 'তোকে চাইছো। মোৰ বেমাৰ বহুত ডাক্তৰক দেখুৱাইছো। কোনেও ভাল কৰিব নোৱাৰিলে। তয়ো নোৱাৰ। তই বোলে ধন্বন্তৰি। সেই দেখিহে আহিছো। কি কৰ এতিয়া।' বুঢ়াৰ কিন্তু ভিতৰি বিশ্বাস, বৰুৱাৰ হাতত তেওঁ প্ৰাণ পাই উঠিবই। এনে ক্ষেত্ৰতে 'যাদৃশী ভাৱনা যস্য সিদ্ধিৰ্ভৱতি তাদৃশী।' জ্ঞান-বিদ্যাৰ প্ৰতি বৰুৱাদেৱৰ অসীম শ্ৰদ্ধা। তেওঁ বিদ্বান বুলি ভবাজন বয়সত সৰু হ'লেও তেওঁ সিজনক প্ৰাপ্য সম্মান দিবই। গুৱাহাটীত সাহিত্য সভাৰ অধিৱেশনৰ নিমন্ত্ৰণ চিঠিত মই 'চতুৰ্বিংশ সম্মিলন' লেখাত দোষ ধৰি 'চতুৰ্বিংশতি সম্মিলন'হে হ'ব বুলি দুজন-মানে তৰ্ক জোৰাত (নজনাকৈ লোকৰ আঁওসা ধৰা স্বভাৱটো বহুতৰে) ডা বৰুৱাই ভেকাহি মাৰি ক'লে 'তেওঁ পণ্ডিত মানুহ, তেওঁ যি লেখিছে, সেয়ে শুদ্ধ।' বৰুৱাই ওৰে জীৱন কংগ্ৰেছ মহাসভাৰ লগত থাকি দেশ-সেৱা কৰিলে, কিন্তু ১৯৫২ চনত তেওঁক কংগ্ৰেছে গুৱাহাটীৰ এম্ এল্ এ হ'বলৈ ধৰাত তেওঁ ক'লে, 'মই ৰাজ-নীতিকো নহওঁ, পণ্ডিতো নহওঁ। মই এছেম্বলিত কি কৰিমগৈ?' এই বুলি তেওঁ ডক্টৰ কাকতি ছাৰক ধৰিছিলহি বিধান সভাৰ পদপ্ৰাৰ্থী হ'বলৈ। কাকতি ছাৰেও বৰুৱাক অসীম শ্ৰদ্ধা কৰিছিল আৰু আমাক কৈছিল, তেওঁৰ শেষ গ্ৰন্থ Visnuite Myths and Legendsখন তেওঁৰ নামতে উছৰ্গা কৰিব। কিন্তু কিতাপখনৰ ছপা আধা-আধি হওঁতেই ছাৰ ঢুকাল। ছাৰৰ বাইক ৰাখি মই উছৰ্গাপত্ৰত মাথোন লেখি দিলো To Dr Bhubaneswar Barooah, friend, philosopher and physician

# তুমি যদি এদিন ৰেডিওৰ হ'লা, তেতিয়া হ'লে তুমি সদায় ৰেডিওৰ

১৯৭০ চনত ভাৰত চৰকাৰৰ শিক্ষা আৰু সংস্কৃতি মন্ত্ৰালয়ে মোক কলাসমীক্ষক (art critic) বুলি গণনা কৰি এক 'বক্তৃতা দিয়া আৰু বন্ধুত্ব কৰা' (lecturing and friendship makiug) অভিযানৰ দায়িত্ব দি পূৰ ইউৰোপৰ তিনিখন ৰাষ্ট্ৰলৈ ভ্ৰমণাৰ্থে পঠিয়ালে—হাংগেৰি, পূব জাৰ্মানি আৰু ৰোমানিয়ালৈ। আমাৰ মন্ত্ৰালয়ে মোৰ বায়ো-ডাটা বা চমু জীৱন-সূত্ৰ সেইবোৰ ৰাষ্ট্ৰৰ সাংস্কৃতিক পৰিক্ৰমাৰ অধিকৰ্তাসকলৈ পঠিয়াই দিছিল আগে ভাগে, আৰু সেইখন চাই চাই সিসকলে মোক য'লৈ য'লৈ নিলে ভাল বুলি ভাবিলে, নিছিল। হাংগেৰিৰ মিছ ভেৰা গাথিয়ে মোক ক'লে, "আপোনাৰ জীৱন। সাংস্কৃতিক স্পৃহা দেখোন বহুতো! আপোনাক কি কি দেখুৱাব পাৰোঁ। এঘাৰ দিনৰ ভিতৰত, ঠিক কৰাই টান।" তথাপি, প্ৰাচ্যতত্ত্বৰ পণ্ডিতেৰে সাক্ষাৎকাৰৰপৰা বেলে নৃত্য নাট, মঞ্চাভিনয়, বৃন্দ-বাদ্য, তেওঁলোকে বৰ আদৰ কৰিব নোখোজা বোলছবিৰেপৰা বালাটন-ফুৰেড অৰ্থাৎ বালাটন হ্ৰদৰ দক্ষিণৰ 'ৰবীন্দ্ৰনাথ ঠাকুৰ (তেওঁলোকৰ মাতত ৰেবিণ্ডৰনাট টেগোৰে) বৃক্ষ'লৈকে চাব লগীয়া, শুনিব লগীয়া একোকে মোক দেখুৱাব-শুনোৱাবলৈ বাকী নাৰাখিলে। আন কি, মোৰ বায়ো ডাটাত অল ইণ্ডিয়া ৰেডিওৰে এধানমান সম্বন্ধ থকাৰ কথা দেখা পাই মোক এদিনাখন পুৱা হাংগেৰিয়ান ৰেডিওলৈও লৈ গ'ল। তাত লগ পালো এজন বিচক্ষণ লাকক—পাপ্।

ৰহুতবোৰ পানীয় মোৰ সমুখত থোৱা হৈছে। কিন্তু তাৰ কোনটি পান যোগ্য, সুধিবই লাগিব। তেওঁ ক'লে, 'ধুনীয়া ৰঙৰ

এইটোৱেই সকলোতকৈ ভাল, ইয়াক আমি হাংগেৰিয়ান ৰাপ্তি বোলোঁ। আৰু ইয়াৰ জন্মস্থান হ'ল যি ঠাইত বিথফেনৰ প্ৰেয়সী নিৰাস কৰিছিল। আৰু ।' পাপৰ এনে লোভনীয় বৰ্ণনাৰ এটি দ্ৰব্যও মোৰ গ্ৰহণীয় নহ'ল হ'ল মাথোন এগিলাচ কোকা কোলা। পাপে আৰু নানা ৰসিকতা কৰিলে। শেহত যেতিয়া মই ক'লো যে মই দুদিনমান ৰেডিওত আছিলা, তেওঁ ঘপ কৰে উঠি আহি মোক সাৱটি ধৰিলে, ক'লে, 'তুমি যদি এদিনাখনলৈ ৰেডিওৰ আছিলা তুমি তেতিয়া হ'লে সদায় ৰেডিওৰ হৈ আছা। আমি একেই জাতৰ চৰাই।' মোৰ কাৰণে কিন্তু এই দাবী ৰক্ষিবনে, ক'ব হ'লে নোৱাৰিলো। তথাপি শুনক ৰেডিওৰ লগত মোৰ সমধৰ কথা।

১৯৪৮। গুৱাহাটীত উচ্চ শিক্ষা আৰু সংস্কৃতি প্ৰচাৰৰ দুটি মহৎ অনুষ্ঠান স্থাপিত হ'ল। শিক্ষা অনুষ্ঠানটি হ'ল অসমৰ প্ৰথম বিশ্ববিদ্যালয়। গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৪৭ ছনৰ গুৱাহাটী বিশ্ববিদ্যালয় অধিনিয়ম অনুসৰি ১৯৪৮ ছনৰ ১ জানুৱাৰীত জন্মলাভ কৰিলে আৰু অসমে তিনি দশক ক'ল দাবী কৰি অহা এটি অভাৱৰ পূৰণ সম্পন্ন হ'ল। তাৰ ঠিক ছমাহৰ পাছত ১ জুলাইত ভাৰত চৰকাৰৰ শক্তিশালী প্ৰচাৰ-মাধ্যম আৰু গীত নাট সাহিত্যৰ বাস্তৱ উৎকৰ্ষৰ চৰ্চাৰ মাধ্যম গুৱাহাটী শ্বিলং কেন্দ্ৰৰ অল ইণ্ডিয়া ৰেডিও (গুৱাহাটী পূৰ্বৰ কমিশ্যনাৰৰ বঙলা আৰু শ্বিলঙত আগৰ লেজিছলেটিভ কাউন্সিলৰ ঘৰত) উদ্বোধন কৰা হয়। এই দুয়োটি উদ্ভৱ এই অঞ্চলৰ জনজীৱনত তাৎপৰ্যপূৰ্ণ হৈ উঠিল স্বাভাৱিকতে। ব্যক্তিগতভাৱেও দুইটি মহৎ অনুষ্ঠানৰ লগতে মোৰ সম্পৰ্ক ঘটিল। যিটো অনুষ্ঠানৰ উত্তৰাধিকাৰী ৰূপে গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্ম, সেই গৌহাটী ইউনিভাৰ্ছিটি ট্ৰাস্ট বোৰ্ড বা গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস পৰিষদৰ তিনি বছৰীয়া জীৱন কালত মই পৰিষদৰ অফিছ ছেক্ৰেটাৰি আৰু পাছত ছুপাৰিণ্টেণ্ডেণ্ট

হিছাপে কাম কৰিছিলোঁ। পৰিষদ মৰি আইনমতে বিশ্ববিদ্যালয় হোৱা সময়ত মোৰ স্থান নিৰ্ণয় কৰি দিয়া নোহোৱাত মই আলাসত ওপঙি থাকিলো। দুদিনমান পাছত বিশ্ববিদ্যালয় কৰ্তৃপক্ষই মোক বহিৰলৈ দপ্তৰত সৰু এডুখৰি পীৰা দিছিল যদিও ধন্যবাদ দি সেয়া প্ৰত্যাখ্যান কৰা হ'ল। ফল, ভাসনম্। দুদিনমানলৈ নিবনুৱা হৈ উটি ভাহি থাকিলো। এনেতে গুৱাহাটীত অল ইণ্ডিয়া ৰেডিও স্টেশ্যন হ'লত তাৰ লগত গা ধঁহাবলৈ গ'লো মাজে মাজে। কথিকা লেখিলো। গানো লেখিলো দুটামান দুদিনীয়া গায়ক গায়িকাৰ বাবে। কেইদিনমানৰ পাছত তাতে মোক এটি সৰু ভূমিকাও দিয়া হ'ল—গাঁৱলীয়া ৰাইজৰ বাবে আচুতীয়া অনুষ্ঠানৰ পৰিচালক—'গাঁৱলীয়া ৰাইজলৈ' কাৰ্যসূচীৰ 'ধনবৰ কাই।' ইয়াৰ সমান্তৰালভাৱে ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাই সৰু ল'ৰা ছোৱালীৰ কাৰ্যসূচী 'অকণিৰ চ'ৰা' আৰু শ্ৰীমতী মিনতি ৰাজখোৱাই মহিলাৰ মেল 'আইদেউৰ বুলনি' চলোৱাৰ ভাৰ লৈছিল। স্টেশ্যান ডাইৰেক্টৰ ৰূপে কুমাৰী মেহৰা মাসানিৰ নেতৃত্বত ইতিমধ্যেই কলিকতা স্টেশ্যনত অভিজ্ঞতা লাভ কৰা আৰু এতিয়া প্ৰোগ্ৰেম এক্‌জিকিউটিভৰ দায়িত্ব পোৱা উবাইছুল লতিফ বৰুৱা আৰু প্ৰোগ্ৰেম এছিষ্টেণ্ট হিছাপে বীৰেন্দ্ৰকুমাৰ ফুকন, সত্যপ্ৰসাদ বৰুৱা, ফণী তালুকদাৰ, ভূপেন হাজৰিকা, চৈয়দ আবদুল মালিক, নাৰায়ণ বেজবৰুৱা, মৃগেন ৰায়চৌধুৰী, পুৰুষোত্তম দাস (সঙ্গীত প্ৰযোজক) আদি কৰ্মঠ আৰু গুণী কৰ্মীসকলেৰে গুৱাহাটী কেন্দ্ৰ অদ্ভুত কৃতকাৰ্যতাৰে হো হোকৈ চলিবলৈ ধৰিলে, প্ৰত্যক্ষভাৱে বা পৰোক্ষ ভাৱেই জড়িত সকলোৰে বাবে, তথা শ্ৰোতাসকলৰ কাৰণেও এক আহ্লাদৰ স্থলী হৈ পৰিল। অৱশ্যে বহুতৰে মনত থাকিব পায় যে ১৯৪৮ৰ এক জুলাই তাৰিখে কেন্দ্ৰ উদ্বোধন কৰিবলৈ অহা মহম্মদ চৈয়দুল্লা ছাহাবে দুৱাৰত পিকেটিং কৰি দীঘল দি পৰি

থকা ল'ৰা ছোৱালীক ভেইহে ভিতৰ সোমাৰ লগা হৈছিল। এই পিকেটিঙৰ মূল কথা আছিল ভাৰতীয় ৰাষ্ট্ৰীয় সংগীত ৰূপে পৰিগণিত গুৰুদেৱৰ 'জন গণ মন'ত কামৰূপ বা অসমৰ নাম নোহোৱাৰ প্ৰতিবাদ। এই প্ৰতিবাদ পিছে সোনকালেই ক্ষীণ গ'ল আৰু প্ৰতিৰোধীসকলেও ৰেডিওৰ বিবিধ কাৰ্যক্ৰমত যোগ দিবলৈ ধৰিলে।

মোৰ 'গাঁৱলীয়া ৰাইজলৈ' কাৰ্যসূচীও দিনে আধাঘণ্টীয়া হৈ নিয়মিতভাৱে চলিল। তাৰ পৰিচালনাত পোনতে এজন ভাল সঙ্গী পাইছিলো—বৰ্তমান "দৈনিক অসম"ৰ সম্পাদক কীৰ্তিনাথ হাজৰিকা। আমি দুয়ো বিশেষকৈ ভাষাৰ ঘৰুৱা গুণ, বিশুদ্ধি আৰু সৰলতালৈ বৰ লক্ষ্য ৰাখিছিলো। আজি-কালিও 'বতৰৰ আগলি বতৰা', কণ্ঠতে 'গাঁৱলীয়া ৰাইজৰ বাবে বিশেষ কৰি গমি পিটি উলিওৱা বতৰৰ আগলিজাননী'ৰ নিচিনা কথা শুনিলে গুৱাহাটী ৰেডিওৰ ল'ৰাকালিৰ কথা মনত পৰে। হাজৰিকাই আকৌ উচ্চাৰণলৈ বৰ চকু দিছিল। আমাৰ কাৰ্যসূচীত কথিকা শুনোৱা এজনে 'মহ' (তেজ খোৱা মহ) শব্দটো 'ম'হ' (যেন মাঁহ হোৱা ম'হহে) কৰি উচ্চাৰণ কৰাত হাজৰিকাই ইচ্ ইচাই উঠিছিল আৰু মই ইচ্ ইচনিটো মহৰ কোন কোননিৰ দৰে প্ৰেৰক-যন্ত্ৰত উঠিব বুলি খন্তেকলৈ আতঙ্কিত হৈছিলো। আমাৰ কাৰ্যসূচীৰ পোনতে signature tune বা লক্ষণ গীতৰ দৰে গ্ৰামোফোন ৰেকৰ্ডত 'ৰাইজে মোৰ বজা ঐ/ বুকুৰে বান্ধে ঐ/ৰাইজে মোৰ সেৱাৰে থলি' গীতটি বাজি উঠিছিল। গানটি সঁচায় বৰ উপযুক্ত আৰু শোভন আছিল। সি অৱশ্যে দ্বিতীয় মহাযুদ্ধৰ দিনৰ খিলঙস্থ চৰকাৰী Song Publicityৰ সোঁৱৰণি। সেই সংস্থাৰ ঘাই মানুহজন আছিল বিখ্যাত সংগীতজ্ঞ কীৰ্তিনাথ শৰ্মা বৰদলৈ—যাৰ 'বাসন্তীৰ অভিষেক', "মেঘালয়" আদি গীতি-নাট্যই এটি নতুন প্লাৱন আনিছিল এই শতিকাৰ চতুৰ্থ দশকত কিন্তু বাক সেই সময়ত খিলঙৰ থাছিয়া ল'ৰা-ছোৱালীয়ে Song Publi-

cityক বিকৃত কৰি 'চৰপাপ্‌-বি বুঢ়া' বুলিছে জানিছিল, তেওঁৰে মনোৰম সৃষ্টি আমাৰ লক্ষগীত 'বাইজে মোৰ খজা ঐ/বুকুৰ বাছৈ ঐ/বাইজে মোৰ সোৱাবে থলি।'

কীৰ্তিনাথ হাজৰিকা যোৱে থকাত আমি দুয়ো আৰু কথিকা কণ্ঠতাসকলেও টকুছ ষ্টুডিওটোত বহিয়ে কথা কৈছিলোহক ঘোষণাৰ মেজৰপৰা ঘোষক শিৱপ্ৰসাদ ভট্টাচাৰ্য বা ঘোষিকা পঙ্কবটী ফুকনে ৰেকৰ্ড বজাইছিল আৰু গান গোৱা ডাঙৰ স্টুডিওত গীত-বাদ্য চলিছিল। হাজৰিকা যোৱাৰ পাছত মই লাহে লাহে সমস্ত কাৰ্যসূচীক গাঁৱৰ ক'ৰবাৰ চোতালত বহা গাঁৱৰ মেল ৰূপ দিবলৈ ল'লো আৰু সেই সময়ৰ বিচক্ষণ ঘোষক শিৱপ্ৰসাদ ভট্টাচাৰ্য, কলাকাৰ ভূপেন হাজৰিকা আদিৰ সাদৰ সহযোগত সিহঁতক একোটা নাম আৰু ভূমিকা দি প্ৰতি দিনৰ সূচীক জীৱন্তভাৱে নাটকীয় কৰি তুলিবৰ যত্ন কৰিলো ডাঙৰ স্টুডিও'টোত বহি লৈ। উদাহৰণ স্বৰূপে ভূপেন হাজৰিকাৰ নাম হৈছিল অলিয়া-বলিয়া, কাৰণ সেই সময়ত তেওঁৰ 'অলিয়া-বলিয়া মই' গীতটি জনপ্ৰিয় হৈ উঠিছিল। আমাৰ কাৰ্যসূচীক এনে মেলৰ ৰূপ দি তুলিলত সি শ্ৰোতাৰ বাবে আকৰ্ষক হৈ উঠিল। সিসকলে আন সূচী শুনিলেও 'গাঁৱলীয়া বাইজলৈ' শুনাকৈ নাথাকে। আনকালে ফলত মোৰ কাম বাঢ়িল। গীত আৰু কথিকা বাদ দি আধা ঘণ্টাৰ বাকীখিনি সময়ৰ বাবে script বা লেখা আগতে প্ৰস্তুত কৰিব লগীয়া হ'ল। নিজেই নিজৰ কান্ধত তুলি লোৱা ভাৰখন ঈশপৰ উপকথাৰ গাধটোৱে পিঠিৰ কপাহৰ বোজা পানীত তিয়াই গধুৰ কৰি পেলোৱাৰ দৰে হ'ল। অৱশ্যে অনেক সময়তে লেখাৰ বহীখন হাতেৰে চকুৰ আগত তুলি ধৰি সাজি সাজি কথা কৈ গৈছিলো। আমাৰ মেলত সদায় বগৰি তোলা কথা বৈশিষ্ট্যপূৰ্ণ হৈ উঠিছিল। এই বিষয়ত শিৱ-প্ৰসাদ ভট্টাচাৰ্যৰ বৰঙণি আছিল বিশেষ। এদিনাখনৰ কথা মনত

পৰিছে। ষ্টেশ্যনৰ ডাঙৰ ষ্টুডিওটোত আমি সকলোটি তুলি তলিচাৰ ওপৰত মণ্ডলী পাতি বহিছো। কথিকা উপস্থাপনৰ সময়ত কোৱা হ'ল, 'এতিয়া এখেত আমাৰ মাজলৈ আহিছে অমুক শৰ্মা।' লগে লগে ভট্টাচাৰ্যই অজলাটোৰ দৰে হোজা মাতেৰে সুধিলে, 'অ এৰা বামুণ, নহয়নে?' কথিকা আগ বঢ়াবলৈ সাজু শৰ্মাজনৰ ইমান হাঁহি উঠিল যে মাইক্ৰোফোনত হাঁহি উঠাৰ ভয়ত তেওঁ পিছলৈ মূৰটো পেলাই গাদীত শুই পৰিল। হাঁহিব আৰু হাঁহি উঠা কথাৰ কোৰত এনে বিসঙ্গতি মাজে মাজে হৈছিল। কিন্তু সকলোৱে তাৰ উপভোগ কৰিছিল। গাঁৱলীয়া ৰাইজৰ চিঠিৰপৰাও সেই কথা আমি ধৰিব পাৰিছিলো। বাহিৰৰপৰা অহা দুই-এক কথিকাৰ ভাষা অলপ জটিল বা আধা-ইংৰাজী ঠাঁচৰ হোৱাত আহুকালৰ সৃষ্টি নোহোৱা নহয, কিন্তু তাতো আমাৰ হাঁহিৰ ৰোল সানি ভাষ্য দি সহজ কৰা গৈছিল।

গাঁৱলীয়া ৰাইজৰ বাবে আৰু সাধাৰণ শ্ৰোতাৰ বাবেও নৈমিত্তিক উপলক্ষ্যত নাটক লিখি প্ৰয়োগ কৰিব লগীয়া হৈছিল। এতিয়া পিছে সেই নাটৰ প্ৰতিলিপি আৰু মোৰ হাতত নাই। "জন্মাষ্টমী" আৰু "শ্ৰীমন্ত শঙ্কৰ" নামে মোৰ দুখন এঘণ্টীয়া নাট গুৱাহাটীৰপৰা প্ৰচাৰিত হৈছিল। সেইবোৰ অসমীয়া ৰেডিও নাটৰ বাটকটীয়া। তাৰে এখন অৰুণ শৰ্মাই কৰা নাট সংকলনৰ অন্তৰ্গত কৰি প্ৰকাশন পৰিষদে উলিয়াইছে ৰূপালী জয়ন্তীৰ বেলা। এইবোৰ নাটিকাত ভাও ল'বলৈ সৰু ল'ৰা-ছোৱালীক শিকাই-বুজাই লোৱা হৈছিল। সেইকেইটিৰ ভিতৰত ৰমেন ফুকন, অনিল কুমাৰ গোস্বামী (এতিয়া ডক্টৰ), সবিতা গোস্বামী (এতিয়া শ্ৰীমতী শৰৎচন্দ্ৰ শৰ্মা) আদিৰ কথা মনত পৰে। অসমৰ কৃষি-জীৱনৰ বিষয়ে এখন নাট ৰাষ্ট্ৰীয় কাৰ্যসূচী-ৰূপে আকাশবাণীৰ সকলো কেন্দ্ৰৰ পৰা বিবিধ ভাষাত আকাশ-পথত উঠিছিল। "লখিমী চপোৱা"

আদি সৰু সৰু নাটকৰ যোগে কৃষি-বৰ্ষৰ বিবিধ উছৱৰ চিত্ৰ তুলিছিলো। তাৰে দুই কি এটি নিৰ্মলেশ্বৰ শৰ্মা-সম্পাদিত "জনশিক্ষা"ত প্ৰকাশ পাইছিল। ৰাষ্ট্ৰীয় কাৰ্য-সূচীৰ বাবে লক্ষ্মীনাথ বেজবৰুৱাৰ "জয়মতী কুঁৱৰী" নাটকৰ এক ৰেডিও ৰূপ দিয়া হৈছিল। মনত আছে "জন্মাষ্টমী" আৰু "শ্ৰীমন্ত শঙ্কৰ" নাটৰ কেঁচুৱা কৃষ্ণ আৰু শ্ৰীশংকৰৰ প্ৰথম কান্দোনৰ মাতৰ এফেক্ট দিবৰ বাবে শিৱ-প্ৰসাদ ভট্টাচাৰ্যৰ নৱজাত কন্যাক কন্দুৱাই কান্দোন ৰেকৰ্ড কৰি লোৱা হৈছিল। সেইটি কন্যা এতিয়া কলেজৰ ভব্যা অধ্যাপিকা। গতিকে আমিও গুৱাহাটী ৰেডিওৰ বাল্যকালৰ কথা পাহৰি যৌৱনকো ডেই এতিয়া প্ৰৌঢত্বৰ ৰূপ দেখা পাবলৈ ধৰিছো। মোৰ 'গাঁৱলীয়া ৰাইজলৈ' প্ৰোগ্ৰেম শুনি দ্বিতীয়জন ষ্টেশ্যন ডাইৰেক্টৰ দিলীপকুমাৰ সেনগুপ্তই কৈছিল, "ৰেডিওত নেওগৰ কথা শুনি সেই কোনো মানুহেই প্ৰত্যয় যাব, অসমীয়া ভাষা বঙলাৰপৰা সম্পূৰ্ণ স্বতন্ত্ৰ।" এয়া প্ৰোগ্ৰেমটোৰ প্ৰতি এক অভিনন্দন। সন্দেহ নাই যে গুৱাহাটী ৰেডিও যোগে স্থানীয় ভাষা আৰু সাহিত্য, গীত আৰু নাটৰ নতুন এক জীৱনৰ সঞ্চাৰ হ'ল, আৰু লেখক, গায়ক আদিক ৰেডিওই দক্ষিণা দিয়াৰপৰা সেইসকলে নতুন এক বাস্তৱ উৎসাহন লাভ কৰিলে। মনত আছে, সেনগুপ্তই এবাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া পাঠ্যক্ৰমখন বিচাৰি এম্. এ পৰীক্ষা দিবৰ চিন্তাত মোৰ সহায় বিচাৰিছিল। কিন্তু সোনকালেই তেওঁ গুৱাহাটী এৰিব লগীয়া হোৱাত সেই আঁচনিও পৰিহাৰ কৰিলে।

১৯৪৮ৰ ১ ডিচেম্বৰ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্যৰ বিভাগৰ জন্ম হোৱা দিনাই মই শিক্ষকৰূপে অকলশৰে যোগদান কৰিলো। সোনকালেই ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডক্টৰ বাণীকান্ত কাকতি বিভাগৰ ৰিডাৰ আৰু প্ৰফেচৰ হ'ল। তেতিয়া কাকতি ছাৰৰ পৰামৰ্শমতে 'গাঁৱলীয়া

বাইজলৈ'ৰ কণ্ঠাক্টৰ কাম এৰি দিলোঁ। লগে লগে সেই প্ৰোগ্ৰেমৰ হাঁহিৰ বগৰিও নিস্তব্ধ হৈ আহিল।

ৰেডিওৰ কাৰণে লিখা লেখাবোৰৰ আজি মই নিজেই হিচাপ দিব নোৱাৰোঁ। বসন্ত উছৱ কাকুৱা লৈ ৰূপক (feature) 'মধু-পূৰ্ণিমা', বিভিন্ন অৰ্থ নৈতিক সমস্যাৰ ৰূপক "ভোকৰ ভাত," 'সঞ্চয়" আদি, অঙ্কীয়া নাট "পাৰিজাত-হৰণ," "কালিয়দমন," "চোৰ-ধৰা", "পিম্পৰা-গুচুৱা"'ৰ নতুন ৰেডিও ৰূপ আদিৰ উপৰিও বিবিধ প্ৰবন্ধ, "সাৰীপুত্তমোগ্‌গল্লান", "ব্ৰহ্মপুত্ৰৰ কাহিনী", 'মকৰাৰ জন্ম কথা', সত্ৰ-সমূহৰ বিষয়ে "লুইতৰ পাৰে পাৰে", লঘু প্ৰবন্ধ 'তিনি ভদীয়াই হাতী বান্ধে", 'সুফল কদলী", আদি ৰেডিওৰ ফাইলৰ মাজতে বৈ আছিল।

স্থানীয় কাৰ্যসূচী উপদেষ্টা সমিতিৰ সদস্য ৰূপে চাহ জলপান খোৱাৰ উপৰিও কিবা ভাল কাম হওক বুলি মাজে মাজে চিন্তা কৰিছিলোঁ। কিন্তু দুটা কথা হ'লে কৰ্তৃপক্ষক কোনোমতে শুনাব নোৱাৰিছিলোঁ। এটা হ'ল—হিন্দী আদিৰ দৰে অসমীয়া ভাষা শিকোৱা সূচী ৰচনা কৰা আৰু আনটো হ'ল বৰগীত অংকগীত ঘোষণা কৰোঁতে ৰাগ আৰু তালৰ নাম কোৱা আৰু গায়কসকলক ৰাগ টানিবলৈ দিয়া। বহুত দিনৰ মূৰত আজি অসমীয়া ব্যাকৰণ-উচ্চাৰণ শিকোৱা এলানি বিদ্যাৰ্থীৰ অনুষ্ঠান হৈছে। কিন্তু মহাভাৰতত আউল লগাৰ ভয়ত বৰগীতৰ ৰাগ তালৰ নাম কোৱা বা ৰাগ দিয়াৰ দিহা আজিও দূৰপৰাহত।

হাংগেৰিয়ান ৰেডিওৰ বন্ধু পাপৰ কথাটো—এদিনাখন ৰেডিওৰ হ'লে সদায় দিনৰ বাবে ৰেডিওৰ হোৱা—মাজে মাজে ভাবোঁ। মাজে মাজে আকাশবাণীয়ে মাতিলে এতিয়াও তেওঁলোকৰ ষ্টুডিওলৈ গৈ কথা কওঁ। মাজতে পিছে বহুত দিন আগতে, আকাশবাণী কৰ্তৃপক্ষৰ কি মন গ'ল, কি দয়াৰ ভাব হ'ল, ক'ব নোৱাৰোঁ, মোলৈ

এখন মকবৰ পৰোৱানা দি পঠিয়াইছিল প্ৰতিভিউছাৰ বা প্ৰযোজক ৰূপে। কৰ্তৃপক্ষই যদি পাপৰ ধাৰাত চিন্তা কৰিছিল, তাকো ক'ব নোৱাৰোঁ। সেই সময়ত অসমৰ বাহিৰৰ আন আন কেন্দ্ৰই ভাল ভাল সাহিত্যিক বাছি এনে প্ৰযোজক পদবি দিছিল আৰু সেই বাবেই যদি গুৱাহাটী কেন্দ্ৰই মোক সন্মানটি দিব খুজিছিল, তাকো বুজিব নোৱাৰিলো। মই তেতিয়া 'বিশ্ববিদ্যালয় মানুহ' আৰু বিশ্ববিদ্যালয়ী পণ্ডিত হোৱাত ব্যস্তপৰিকৰ। গতিকে, বেডিওই মাতিলে বুলিনো যাওঁ কেনেকৈ ?

আজি আৰু নিয়মীয়াকৈ আকাশবাণীৰ কোনো সূচীও শুনা নহয়। তথাপি পুৰাৰ লক্ষণ সুৰ, বন্দে মাতৰম্, শাহনাইৰ সুৰ, মহাত্মাই হওক বা গুৰুদেৱেই হওক, চিন্তাশীলৰ বাণী, আৰু সদায় প্ৰায় একেবাৰকে দোহাৰিলেও আমাৰ দুজনা মহাপুৰুষৰ গীতকে আদি কৰি ভাৰতৰ বিভিন্ন ধৰ্মৰ গীতে যেতিয়া নিশাৰ জড়তা জোকাৰি দি মনটোত জোঁকাৰি যায়, তেতিয়াহে দিনটোৰ কাৰ্য্যসূচীলৈ সাৰ পাই উঠা যেন লাগে।

# উৰুখা চালৰ জলঙাইদি
# জ্ঞানৰ আকাশ জুমি

বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ লেক্‌চাৰাৰ-ৰূপে নিয়োগ পাই আনন্দ আৰু গৌৰৱ অনুভৱ কৰিলো। শুভার্থীসকলেও শুনি ৰং পালে। তাৰে ভিতৰত বিমলাপ্ৰসাদ চলিহাদেৱে (তেতিয়া সিজন আৰু মহেন্দ্ৰমোহন চৌধুৰী ৰবদলৈ মন্ত্ৰীসভাৰ লগত সংসদী সচিব) বতৰাটি পাই কাৰ্ড এটি লিখিলে "আপুনি বিশ্ববিদ্যালয়ৰ কামত মকৰল হোৱা জানি আনন্দিত হলোঁ। পৰমেশ্বৰে যেন আপোনাক এই গুৰু ভাৰ বহন কৰিবলৈ শক্তি দিয়ে। আপোনাৰ জীৱনৰ সম্পূৰ্ণ কৃতকাৰ্য্যতা কামনা কৰিলোঁ" (১৫ নৱেম্বৰ ১৯৪৮)। ১ ডিচেম্বৰ ১৯৪৮ তাৰিখে কামত যোগ দিব লাগে। কিন্তু অসমীয়াৰ প্ৰফেছৰ ৰূপে নিযুক্ত ডক্টৰ বাণীকান্ত কাকতি ছাৰ আৰু বিভাৰ হ'ব লগীয়া ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা দুয়ো তেতিয়া চৰকাৰী কটন কলেজত কাম কৰে। চৰকাৰী পদবি সততে এৰি এলাওঁ বুলি ওলাই অহা সহজ নহয়। সেই বাবে অসমীয়া বিভাগৰ প্ৰথম শিক্ষক হিচাপে মইহে অকলে ১ ডিচেম্বৰৰ দিনা যোগ দিলো। সেইদিনা ছাত্ৰ বুলিবলৈও এজনহে পালো—ৰবীন্দ্ৰনাথ চৌধুৰী। তাৰ পাছত কিন্তু আৰু কেইজনমান ছাত্ৰই যোগ দিয়াত সংখ্যা সপ্তৰ্ষিৰ সমান হ'ল। এইহে দুখৰ কথা যে প্ৰথমজন ছাত্ৰ ৰবীন্দ্ৰ এম্ এ পাছ কৰাৰ অলপ দিন পিছতে ঢুকাল।

অসমীয়া বিভাগৰ পাঠ-দানৰ ঘৰ বুলিবলৈ তেতিয়া কোনো হৰ্ম্য নাছিল, আন কি চলীয়া টিনৰ ঘৰ এটিও নাই। কটন কলেজৰ পুৰণি প্ৰধান ঘৰটোৰ পূবলৈ এতিয়া য'ত ছাত্ৰ ইউনিয়ন হল হৈছে

সেই ঠাইতে ওপৰে খেৰৰ চাল আৰু তলে বিলাতী মাটিৰ পকা ভেটিৰে এটা দীঘলীয়া ঘৰ আছিল। সি দ্বিতীয় মহাযুদ্ধৰ দিনৰ চিন-অৱশেষ। মাজে মাজে চালে পানী উকখে। আমাৰ বিভাগৰ কাৰণে সেই ঘৰকে দিয়া হ'ব বুলি জনোৱাত কিন্তু ডক্টৰ কাকতি ছাৰে এটি হাঁহিৰে বংমনে সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে। তাতেই অসমীয়া, অংক আৰু পৰিসংখ্যা বিজ্ঞানৰ পাঠ-দান হ'বলৈ ধৰিলে। দুদিনমান পিছত কাকতি ছাৰ যেতিয়া ডিন্ অৱ্ আর্ট্ছ ফেকাল্টি হ'ল, তেতিয়াও তেওঁৰ কার্যালয় বুলিবলৈ একো ব্যৱস্থা নহ'ল, ছাৰে মাথোন ক'লে, 'মই দিনেই নে ৰাতিয়েই, তাৰনো লেখটো লাগিছে কিয়! সৌ এচলীয়া কোঠাটোতে মোৰ অফিছ বুলি তোমালোকে দেখুৱাবাঁহে।' জালুকবাৰীৰ ভেটিত বিশ্ববিদ্যালয়ৰ ঘৰ কেনে নমুনাৰ হ'ব তেতিয়াও জল্পনা কল্পনাহে চলিছিল। ১৯৪৯ৰ ফেব্ৰুৱাৰীৰ শেহৰ ফালে পৰিকল্পিত নির্মাণৰ চিত্ৰ বিশ্ব বিদ্যালয় নির্মাণ কর্তৃপক্ষই একপ্ৰকাৰ থিৰাং কৰি বাতৰি কাকতত প্ৰকাশ কৰিছিল। সেই সময়ত জ্যোতিপ্ৰসাদ আগৰৱালাৰ পৰিকল্পিত স্থাপত্য চিত্ৰবোৰ বিশ্ববিদ্যালয়ে বিবেচনা নকৰিলে। মোলৈ ২ মার্চত লিখা এখন চিঠিত সেই দেখি আগৰৱালাদেৱে অলপ বেযতে লিখিছিল এই বুলি—'গুৱাহাটী বিশ্ববিদ্যালয়ৰ Arts Collegeৰ যিটো নক্সা Assam Tribuneত দিছে, সেইটো ইউৰোপৰ Liverpool Hanover ইত্যাদি সাগৰৰ জাহাজৰপৰা মাল নমাই থোৱা Ware House বা Port Commissioner Officeৰ দৰে হৈছে। আজি ৩০ বছৰ পুৰণি স্থাপত্যৰ নিদর্শনত এতিয়া অসম বিশ্ববিদ্যালয়ৰ ঘৰ হ'বনেকি? এইবোৰ কি "চুলুভালি" কৰিছে, মই বুজিব পৰা নাই। মোৰ স্থাপত্যৰ নিদর্শনবোৰ কলিকতাৰ Architectৰ হতুৱাই তাৰ Engineering planৰ লৈতে দি প্ৰকাশ কৰিবলৈ যুগুত কৰিছোঁ।' অৱশ্যে সেয়া কৰিবলৈ জ্যোতিপ্ৰসাদে সময় নাপালেই হ'বলা।

